# দুই আমেৰিকাৰ কবিতা



সম্পাদনা ঃ অনুভৱ তুলসী

অসম অনুবাদ প্ৰতিষ্ঠান - অসম সাহিত্য সভা

# দুই আমেৰিকাৰ কবিতা

সম্পাদক

অনুভৱ তুলসী



অসম অনুবাদ প্ৰতিষ্ঠান

অসম সাহিত্য সভা

**Dui Americar Kabita** : A collection of American and Latin American poetry in Assamese translation, edited by Anubhav Tulasi and published by Assam Institute of Translation, Asam Sahitya Sabha, Bhagavati Prasad Barua Bhawan, Guwahati-781001 Price :Rs. 220/-

**দুই আমেৰিকাৰ কবিতা**
সম্পাদক ঃ অনুভৱ তুলসী

First Edition : December 2020

**প্ৰকাশক ঃ অসম অনুবাদ প্ৰতিষ্ঠান**
**অসম সাহিত্য সভা**

**প্ৰথম সংস্কৰণ ঃ ডিচেম্বৰ ২০২০**

**গ্ৰন্থস্বত্ব ঃ** অসম সাহিত্য সভা

**প্ৰচ্ছদৰ ছবি ঃ** মনোজ চক্ৰৱৰ্তী

**প্ৰচ্ছদ সজ্জা ঃ** কুশল দত্ত

**মূল্য ঃ** ২২০/- টকা মাত্ৰ



মুদ্ৰক ঃ শৰাইঘাট অফ্‌ছেট প্ৰেছ, উদ্যোগপাম, বামুণীমৈদাম, গুৱাহাটী-২১

## উছৰ্গা

*পৰম শ্ৰদ্ধেয় শিক্ষাগুৰু,*
*কবি, অধ্যাপক,*
*সমালোচক, অনুবাদক*
*শ্ৰীযুত ভবেন বৰুৱা ছাৰৰ*
*কৰকমলত*

'The study of poetry is an important element in the study of civilization, just as writing of poetry is itself a great civilizing force.'

— *C. M. Bowra*

## অনুবাদকসকল

অনন্যা হিলৈদাৰী, অনুভৱ তুলসী, অলকেশ কলিতা,
অংকুৰ ৰঞ্জন ফুকন, আনন্দ বৰমুদৈ, এম কামালুদ্দিন আহমেদ,
কৌশিক বাস্যাস, ধ্রুৱজ্যোতি দাস, প্রকল্পৰঞ্জন ভাগৱতী,
প্রশান্ত মিশ্র, প্রাণজিৎ বৰা, বিজয় শংকৰ বৰ্মন,
বিবেকানন্দ চৌধুৰী, বিভাস চৌধুৰী, বিভাৰাণী তালুকদাৰ,
মামণি দাস, ৰমানন্দন বৰা

# সূচী



## আমেৰিকাৰ কবিতা



## লাটিন আমেৰিকা

# সভাপতিৰ এষাৰ

২০২০ চনৰ ফেব্ৰুৱাৰীত শুৱালকুছিত অনুষ্ঠিত অসম সাহিত্য সভাৰ ৭৫ সংখ্যক অধিৱেশনৰ সভাপতিৰ অভিভাষণত আমাৰ ভাষা-সাহিত্যৰ প্ৰচাৰ আৰু প্ৰসাৰত অনুবাদৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছিল। অসম সাহিত্য সভাৰ অনুবাদ প্ৰকল্পৰ জৰিয়তে আগৰ দৰে অনুবাদৰ কাম-কাজ ত্বৰান্বিত কৰাৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰা হৈছে। কবি শ্ৰীঅনুভৱ তুলসী সম্পাদিত উত্তৰ আমেৰিকা আৰু লাটিন আমেৰিকাৰ কবিতাৰ এই পুথিখনো তেনে প্ৰয়াসৰ অন্যতম। ভবা হৈছে অনুবাদকসকলে মূল কবিতাসমূহৰ স্বাদ, গাঁথনি, ষ্টাইল আদি অক্ষুণ্ণ ৰাখি আমাৰ পঢ়ুৱৈৰ সমুখলৈ সেইবোৰ সুন্দৰ ৰূপত আগবঢ়াই দিয়াত পাৰ্য্যমানে প্ৰয়াস কৰিছে যাতে পঢ়ুৱৈসকলে অন্য মহাদেশৰ কবিতাৰ মনোৰম বিষয়বস্তু, আৱেগ, স্বকীয়তা আদিৰ উপলব্ধিত সহায়ক হয়।

অনুভৱ তুলসী সম্পাদিত এই পুথিত আমেৰিকা আৰু লাটিন আমেৰিকাৰ উনবিংশ আৰু কুৰি শতিকাৰ মাজভাগলৈকে সক্ৰিয় কবিসকলৰ কবিতা সামৰা হৈছে। কপিৰাইট সমস্যাৰ বাবে সেই সময়সীমা অতিক্ৰম কৰিব পৰা নগ'ল। সেই কথা ৰসজ্ঞ পঢ়ুৱৈসকলক জনাই থোৱা দৰকাৰ, নহ'লে দোষে চুব। ইয়াত সন্নিৱিষ্ট হৈছে মুঠতে পঁইত্ৰিশগৰাকী কবিৰ ডেৰশৰো অধিক কবিতা। আমেৰিকাৰ কবিতাৰ মহীৰূহ ওৱাল্ট হুইটমেন, এমিলি ডিকিনচন, এডগাৰ এলান পো আৰু তেনেকৈয়ে লাটিন আমেৰিকাৰ কবিতাৰ মহীৰূহ হ'চে লুইচ মাৰ্টি, ৰুবেন দাৰিঅ' আৰু চেছাৰ বায়েখ'ৰ কবিতা অন্তৰ্ভুক্ত এই পুথিৰ কবিতাসমূহে দৰাচলতে বিশ্বকণ্ঠকেই প্ৰতিনিধিত্ব কৰিছে। বিচিত্ৰ আৰু ভিন্ন মাত্ৰাৰ বিষয়বস্তু আৰু আংগিকৰ বৰ্ণালীয়ে কবিতাৰ আগ্ৰহী পঢ়ুৱৈক এই কবিতাসমূহৰ ৰসাস্বাদনৰ বাবে প্ৰৰোচিত, প্ৰলোভিত কৰিবই— এই কথাত আমি নিঃসন্দেহ। এক কথাত এই পুথি বিশ্ব কবিতাৰ এক ক্ষুদ্ৰ তাণ্ডৱণ! প্ৰতিজন ৰসজ্ঞ পাঠকৰ মনৰ মাজত তেওঁৰ প্ৰিয় কবিসকলৰ কবিতাৰ একোটা সংকলন কৰাই থাকে। সেই সংকলনসমূহৰ ওচৰ চাপিবলৈ যথাসাধ্য



চেষ্টা কৰিছে এই সংকলনখনৰ সম্পাদকে। অসমীয়া ভাষাত দুই-এজন আমেৰিকান কবিৰ কবিতা অনুবাদ হ'লেও লাটিন আমেৰিকাৰ কবিতা অসমীয়া ভাষাত অনুবাদ কমকৈ চকুত পৰে। সেই ফালৰপৰাও এই পুথি যেন এক বাটকটীয়া সংকলন। কবিতাৰ যোগেদি বিশ্ব দৰ্শনৰ হেঁপাহ কবিতাৰ ৰসজ্ঞ পঢ়ুৱৈ মাত্ৰেই আছে। এই কথা মনত ৰাখিয়েই বিশ্বৰ ডাঙৰ ডাঙৰ প্ৰকাশন সংস্থা, বিশ্ববিদ্যালয়ৰ প্ৰকাশন কোষ, সাহিত্যৰ নামত উৎসৰ্গীকৃত আন কেতবোৰ অনুষ্ঠান-প্ৰতিষ্ঠান আদিৰ যোগেদি বিশ্ব দৰ্শনৰ এনে উদ্যোগ একো নতুন কথা নহয়। অসম সাহিত্য সভাই তেনে এক উদ্দেশ্য আগত ৰাখিয়েই 'অসম অনুবাদ প্ৰতিষ্ঠান'ৰ জন্ম দিছে আৰু সুচিন্তিত পৰিকল্পনাৰ মাজেৰে সেই দিশত কামত অগ্ৰসৰ হৈছে।

অসম সাহিত্য সভাৰ অনুবাদ কাৰ্য্যৰ সৈতে আৰ্থিক সহায়-সহযোগিতাৰে জড়িত হৈ পৰিছে অইল ইণ্ডিয়া লিমিটেড আৰু তেওঁলোকৰ বিষয়ববীয়াসকল। এই সুযোগতে চিৰ চেনেহী মোৰ ভাষা জননীৰ এনে এক মহান উদ্দেশ্যক তেওঁলোকে আগবঢ়াই নিবলৈ আগবাঢ়ি অহাত সাহিত্য সভাই কৃতাৰ্থ মানিছোঁ। লগতে আমি শলাগ লৈছোঁ লব্ধপ্ৰতিষ্ঠ কবি অনুভৱ তুলসীয়ে আমাৰ অনুৰোধ ৰাখি কম সময়ৰ ভিতৰতে কবিতা সংকলনটো সম্পাদনা কৰি প্ৰেছলৈ আগবঢ়াই দিয়াৰ হেতু। তেওঁৰ অনুৰোধ-আহ্বানৰ প্ৰতি সঁহাৰি জনাই অনূদিত কবিতাৰ এই পুথিখন সমৃদ্ধ কৰাৰ বাবে অনুবাদকসকল ধন্যবাদৰ পাত্ৰ। কিতাপখনৰ অলংকৰণত সহায় কৰা বাবে চিত্ৰশিল্পী মনোজ চক্ৰৱৰ্তী আৰু কুশল দত্তলৈও আমাৰ শলাগৰ শৰাই আগবঢ়ালোঁ।

পঢ়ুৱৈ সমাজে গ্ৰন্থখন আঁকোৱালি ল'লে অসম সাহিত্য সভাৰ বাবে সুখকৰ হ'ব।

ডঃ কুলধৰ শইকীয়া
সভাপতি
অসম সাহিত্য সভা

৩/১২/২০২০ খ্ৰীষ্টাব্দ

# উকা পৃষ্ঠাৰ বিকল্প

কবিতাৰ হাত ধৰি বিশ্ব দৰ্শনৰ হেঁপাহ কবিতাৰ ৰসজ্ঞ পঢ়ুৱৈ মাত্ৰৰেই আছে। এই কথা মনত ৰাখিয়েই আমেৰিকাৰ কবি মাৰ্ক ভান ডৰেনে ১৯২৮ চনত বিশ্ব কবিতাৰ প্ৰথমটো সংকলন কৰিছিল। তাৰ পিছৰেপৰা বিশ্বৰ ডাঙৰ ডাঙৰ প্ৰকাশন সংস্থা, বিশ্ববিদ্যালয়ৰ প্ৰকাশন কোষ, সাহিত্যৰ নামত উৎসৰ্গীকৃত আন কেতবোৰ অনুষ্ঠান-প্ৰতিষ্ঠান আদিৰ যোগেদি এনে ধৰণৰ পুথি প্ৰণয়নৰ উদ্যোগ একো নতুন কথা নহয়।

এই লেখাৰ প্ৰাৰম্ভতে প্ৰণিধানযোগ্য আমেৰিকাৰ কবি, মনীষী ৰাল্‌ফ ওৱাল্ড' এমাৰছনৰ শিহৰণকাৰী এই কথাকেইটা ঃ

> "The 'world' is everything that is not myself, including my own body. For most of us nowadays, the world is altogether less foreign, less alienated, less extremely 'other.' And less dizzyingly enormous."

পৃথিৱী সম্পৰ্কে যোৱা আধা শতিকাত আমাৰ ধ্যান-ধাৰণাৰ ভলেখিনি সলনি হৈছে। *এৰাউণ্ড দ্য ওৱৰ্ল্ড ইন এইটী ডেইজ* — জুলে ভাৰ্নেৰ এই কিতাপখন প্ৰকাশৰ পিছৰেপৰাই পৃথিৱী এক বিস্ময়কৰ, অপৰিচিত, অজান ঠাই — ভাবটো আমাৰ মনৰপৰা ক্ৰমে নোহোৱা হ'বলৈ ধৰিছিলেই। উদাৰনৈতিক অৰ্থব্যৱস্থাই সাম্প্ৰতিক বিশ্বত প্ৰভূতভাৱে প্ৰভাৱ বিস্তাৰ কৰাৰ ফলত খুব দ্ৰুতগতিত পৃথিৱী এখন সৰু ঠাইলৈ পৰ্য্যৱসিত হৈ পৰিল। বিশ্ব-ব্ৰহ্মাণ্ড শব্দটো উচ্চাৰণ কৰিবৰ সময়তো মুৰ আচন্দ্ৰাই কৰা মনৰ অৱস্থা নোহোৱা হৈ পৰিল। 'মই', 'তুমি', 'তেওঁ' আদিৰ মাজৰ দূৰত্ব ভালেখিনি হ্ৰাস পালে, নাইবা এইবোৰ চিনিব নোৱৰা অস্তিত্ব হৈ পৰিল। দূৰ-সুদূৰৰ নাম নুশুনা নৃ-গোষ্ঠী আৰু তেওঁলোকৰ সংস্কৃতি এখন সৰু পৰ্দালৈ আহি কোঁচ-মোচ খাই পৰিল। 'ৰিম'ট কণ্ট্ৰ'ল' নামৰ বিজ্ঞান-প্ৰযুক্তিৰ উপহাৰবিধ এতিয়া আৰু মাথোন প্ৰযুক্তি হৈয়েই থকা নাই, হৈ

পৰিছে এক মেটাফ'ৰ বা ৰূপক। যোগাযোগ ব্যৱস্থাৰ দ্ৰুত উন্নতিৰ ফলত ভৌগোলিক দূৰত্ব কমি যোৱাৰ লগে লগে মানসিক যোগাযোগ সহজ-সাধ্য হৈ পৰিল।

জাৰ্মান শব্দ weorld-ৰপৰা world শব্দটো আহিছে, যাৰ মূল হ'ল জাৰ্মান ভাষাৰ শব্দ wir, যাৰ মানে হ'ল— মানুহ— আৰু সম্প্ৰতিক কালৰ বিশ্ব হৈ পৰিছে একবচনৰ 'মানুহ', সেইজন মানুহৰ জীৱন, অভিজ্ঞতা আৰু শৰীৰী অস্তিত্ব।

World Poetry, অৰ্থাৎ বিশ্ব কবিতাৰ ধাৰণাও সম্ভূত হৈছে জাৰ্মান ভাষাৰপৰা। ৰোমান্টিক কালৰ দাৰ্শনিকৰ মগজু নিসৃত এই জাৰ্মান শব্দটি হ'ল Weltliteratur আৰু এই শব্দটিও বৈচিত্ৰ্যময়, স্বকীয়— এই সকলো সাহিত্য-সংস্কৃতিৰ প্ৰাণ-পদাৰ্থ (spirit) এক আৰু অভিন্ন। এইখিনিতে প্ৰসংগক্ৰমে ৰুছ কবি ভজ্‌নেছেন্‌স্কিয়ে কবিতা সম্পৰ্কে কোৱা কথা এষাৰ উল্লেখ কৰা দৰকাৰ। তেওঁ কবিতাক এনেদৰে সংজ্ঞায়িত কৰিব খুজিছেঃ

> 'a crystal, model of the world, 'a structure of harmony, a method of thought penetrating the cosmos of what is happening, a way of revealing the truth. Poetry knows no borders, it has no capitals and no provinces. Languages are many but poetry is one.'

অতি ক্ষিপ্ৰতাৰে গতি কৰা ইমানবোৰ ভাব-চিন্তা, ধাৰণা-অৱধাৰণাৰ পিছতো কবিতা আগতে যেনে আছিল সেই ৰূপতে ৰৈ গৈছে, কবিতা নিজৰ গতিৰে স্থিৰ আৰু অটল ঃ

> 'It does not travel well. In the end, every culture's poetry is a local wine, and tend to lose its unique savour - the aroma of vineyard and weather, harvest and history - when sipped abroad.'

আৰিষ্টটলে কৈ গৈছে যে কবিতাৰ গুৰি হ'ল 'মেটাফৰ' বা ৰূপক। কোনো এটা বস্তু ভালকৈ চাবলৈ, বস্তুটোৰ সঁচা স্বৰূপ জানিবলৈ হ'লে আন কিবা এক বস্তুৰ মাজেৰে চাব লাগে। এই ৰূপক, প্ৰতিকল্প, চিত্ৰকল্প নিৰ্মাণৰ কথাটোৱে পৃথিৱীৰ সকলো কবিতাক একে সূত্ৰতে গাঁথি পেলায় আৰু কবিতাক আত্মিক শক্তি প্ৰদান কৰে। সেইফালৰপৰা এনেকৈয়ে ক'ব পাৰি যে ব্যক্তিগতই হওক বা বিশ্ব কবিতাৰ সংকলনেই হওক, সকলো দৰাচলতে কেতবোৰ সূচীতীক্ষ্ণ ইমেজৰ সমষ্টিহে মাথোন। কবি এজনৰ ব্যক্তি জীৱনৰ অভিজ্ঞতাৰপৰাই ইমেজবোৰ সাৰ পাই উঠে। ব্যক্তিকেন্দ্ৰিক অভিজ্ঞতাৰপৰাই ওলাই আহে যদিও সেই ইমেজে ব্যক্তিবিশেষক অতিক্ৰম কৰি আগবাঢ়ি যায়। ব্যক্তি জীৱনৰ একাকিত্বৰ নিভৃতত কবিজনে জগত-প্ৰপঞ্চৰপৰা আহৰণ কৰা বৈচিত্ৰ্যময় উপাদানসমূহ



সাঁচি থয় আৰু সেইবোৰকে জটিল ৰাসায়নিক প্ৰক্ৰিয়াৰ মাজেৰে কবিতা হিচাপে পুনৰ্নিৰ্মাণ কৰে। সংঘাত, বিৰোধ, দ্বিধা-দ্বন্দ্ব— এইবোৰ থাকিবই আৰু সেইবোৰেই কবিতাক ক'ব নোৱাৰাকৈ আদৰ-যতন লৈ থাকিব আৰু এইবোৰৰ অবৰ্তমানত কবিতাৰ উঁহ শুকাই যাব বুলি ভাবিব পাৰি। যুদ্ধ, ৰাজনৈতিক বিশ্বাস, প্ৰতাৰণা, যুক্তি-অপযুক্তি, স্বেচ্ছাচাৰিতাৰ বুৰঞ্জীৰ কলংকময় অধ্যায়বোৰ— এইবোৰ আহি আহি এটা সময়ত ব্যক্তিৰ অন্তৰ্জগতত জীণ গৈ নানান ৰূপান্তৰৰ মাজেৰে ৰূপকৰ ৰূপ ধাৰণ কৰি কবিতাকেই আওপকীয়াকৈ সমৃদ্ধ কৰে।

হুইটমেন, ব'দলেৰ, মালাৰ্মে, এলিয়ট, পাউণ্ড আদিয়ে উনবিংশ শতিকাৰ মাজভাগৰপৰা বিংশ শতিকাৰ মাজমানলৈকে যিবোৰ সাহিত্য সৃষ্টি কৰিলে, সেইবোৰে সৃজনী কল্পনাৰ জগতখন নতুনকৈ নিৰ্মাণ কৰি গ'ল। সেয়েহে সেইসকল মহানৰ প্ৰভাৱৰপৰা পৰৱৰ্তী সময়ৰ কোনো সংবেদী মন মুক্ত নহয় বুলি এক কথাতেই ক'ব পাৰি।

এই কাৰণতে এই বিশেষ সংকলনটিত উনবিংশ শতিকাৰ মাজভাগ মানৰপৰা কুৰি শতিকাৰ অৰ্ধেক কাললৈ সক্ৰিয় হৈ থকা কবিৰ কবিতা সামৰিব খোজা হৈছে। আন কিছু সমস্যায়ো আমাক সেই কালছোৱা অতিক্ৰম কৰি আগলৈ যোৱাত বাধা দিছে।

প্ৰতিজন ৰসজ্ঞ পাঠকৰ মনৰ মাজত তেওঁৰ প্ৰিয় কবিসকলৰ কবিতাৰ একোখন সংকলন কৰাই থাকে। সেই সেই সংকলনসমূহৰ ওচৰ চাপিব কোনোপধ্যেই নোৱাৰে এই সংকলনখনে। এইটো এটা অনুবাদৰ সংকলনহে। সেয়ে সানুনয়ে অনুৰোধ কৰিছো সহৃদয় পাঠক সমাজক — আপোনাসবে যেন এই কথাটো মনত ৰাখে যে, সাগৰ বলুকাৰপৰা বুটলি অনা শামুকৰ খোলাটো, বা শিলটো সাগৰ পাৰত যেনে উজ্বল-সমুজ্বল ৰূপত আছিল, ঘৰ পাওতে সেইবোৰ উলিয়াই চাই ৰং-বৰণ বহুলাংশে মোলান হোৱা আপোনাসবে নিজ চকুৰেই দেখে।

* * * *

১৮৪০ চনত এলেক্সিছ টকৃঝিল (একে সময়তে এমাৰচনৰ 'দ্য পোয়েট' নামৰ ৰচনাখনো প্ৰকাশ পাইছিল) নামৰ সমালোচকজনে তেওঁৰ 'ডেম'ক্ৰেচি ইন আমেৰিকা' নামৰ নিবন্ধত সেই সময়ৰ আমেৰিকাৰ চাৰিত্ৰিক বৈশিষ্ট্য সম্পৰ্কে এক বৌদ্ধিক ছবি অংকন কৰিছিল। চালুকীয়া(fledgeling) এই ৰাষ্ট্ৰৰ চুক-কোণ মাৰি চাই উঠি তেওঁ আৱিষ্কাৰ কৰিছিল যে আমেৰিকাত তেনে কোনো লেখতল'বলগীয়া শিল্পকৃতি নাই। ভৱিষ্যতে কি হ'বগৈ সেই বিষয়ে তেওঁ উদাৰ দৃষ্টিভংগীৰে মত পোষণ কৰি এনেকৈ কৈছে ঃ 'আমেৰিকাৰ আছে উপৰিপুৰুষে এৰি থৈ যোৱা অগাধ জ্ঞান-ভাণ্ডাৰ। তাৰ লগতে যুক্ত হৈছে আমেৰিকাবাসীৰ মনৰ তলিত স্বাধীনতাৰ প্ৰতি থকা অফুৰন্ত স্পৃহা আৰু নিজস্বতা সম্পন্ন ৰাগ-অনুৰাগ(passion)। ইয়াৰ লেখকসকলৰ মনত থকা

শ্বেক্সপীয়েৰ অবছেচনৰ বাবে কোনোৱেই নিজা বাট বিচাৰি পাবলৈ সক্ষম হোৱা নাই। ওৱাল্ট হুইটমেনৰ আত্মপ্ৰকাশৰ আগলৈকে ইয়াৰ কোনো লেখকেই নিজস্ব ৰাগ-অনুৰাগক বলিষ্ঠ ভাষাৰে প্ৰকাশ কৰিবলৈ সক্ষম হোৱা নাছিল।'

১৮৫৫ চনত ওৱাল্ট হুইটমেনে তেওঁৰ বাটকটীয়া আৰু একমাত্ৰ কবিতাপুথি "লীভছ অব গ্ৰাছ"ৰ প্ৰথম সংস্কৰণৰ লগত যুক্ত হৈ থকা পাতনিত এনেকৈ লিখিছিল ঃ

> 'The Americans of all nations at any time upon the earth have probably the fullest poetical nature. The United States themselves are essentially the greatest poem. The history of the earth hitherto the largest and most stirring appear tame and orderly to their ampler largeness and stir. Here at last is something in the doings of man that corresponds with the broadcast doings of the day and night. Here is not merely a nation but a teeming nation of nations. Here is action united from strings necessarily blind to particulars and details magnificently moving in vast masses.'

ওৱাল্ট হুইটমেনৰ এই ধৰণৰ উচ্ছ্বসিত মতামতৰ বিপৰীতে এজ্ৰা পাউণ্ডে ১৯১৩ চনত লিখা 'দ্য ৰেষ্ট' নামৰ কবিতাত পিছে আমেৰিকাক 'জাতিগত ভাৱে ছিগা-ভগা আৰু সাংকৃতিক ভাৱে অনগ্ৰসৰ' বুলিহে ক'ব খুজিছিল ঃ 'Artists broken against her/ Astray, lost in the villages' পাউণ্ডৰ দৃষ্টিত দুৰ্বল ৰূপে প্ৰকাশমান হোৱা আমেৰিকাই দুই-এক দশকৰ ভিতৰতে নিজৰ বলিষ্ঠ মুখ-ছবি জগতক দেখুৱাবলৈ সক্ষম হৈছিল।

মহান মণীষা ৰাল্‌ফ ওৱাল্ড' এমাৰচনৰ আৰু কিছু কথা এইখিনিতে কৈ থোৱা যুগুত হ'ব, এইবাবেই যে, ইয়াৰপৰা আমেৰিকাবাসীৰ মন-মানস, চিন্তা-ভাৱনা, সংঘাত-সংগ্ৰাম, ভৱিষ্যতৰ স্বপ্ন আৰু কলাৰ আদৰ্শ সম্পৰ্কীয় ধ্যান-ধাৰণা সমূহৰ এটি উমান পোৱা যাব পাৰে বুলি মোৰ প্ৰত্যয় জন্মিছে। এমাৰচনে আশা কৰিছিল যে, মাথোন লেখকসকলেহে আমেৰিকাৰ জাতীয় জীৱনত নতুন অন্তৰ্দৃষ্টিৰ যোগান ধৰিব পাৰিব, সত্যৰ উন্মোচন কেৱল লেখকৰ দ্বাৰাহে সম্ভৱ বুলি তেওঁ ভাবিছিল। 'দ্য পোয়েট' নামৰ তেওঁৰ বিখ্যাত ৰচনাখনত তেওঁ এনেকৈ কৈছিল ঃ

> 'We love the poet, the inventor, who in any form, whether in an ode or in action or in looks or behaviour has yielded us a new thought.' 'He unlocks our chains, and admits us to a new scene.'



গভীৰ সংবেদনশীল আমেৰিকা বাসীৰ সৃজনশীল মনৰ উৎকৰ্ষ সাধনৰ বাবে এমাৰচনে তেওঁৰ বিভিন্ন ৰচনাৰ মাজেৰে এক নিদানপত্ৰই দি থৈ গৈছে। তাৰেই দুই-এটা কথা সংক্ষিপ্ত ৰূপত এইখিনিতে উনুকিয়াই থ'ব খুজিছো ঃ

(১) লেখকৰ ব্যক্তিগত আত্ম-একাকীত্ব অতীৱ প্ৰয়োজন,
(২) ব্যক্তিগত অভিজ্ঞতা অৰ্জনৰ ওপৰত যথেষ্ট গুৰুত্ব প্ৰদান,
(৩) প্ৰকৃতিৰ মাজত একান্ত অকলশৰে ব্যক্তিৰ বিচৰণ,
(৪) দৈনন্দিন জীৱনৰ ৰসায়নৰ লগত আধ্যাত্মিকতাৰ সংযুক্তি,

এমাৰচনে 'আমেৰিকান আইডিয়া'ৰ কথা কওতে তাত বিশেষকৈ মুক্তিৰ আকাংক্ষা, দাস প্ৰথাৰ বিলোপ সাধন, নাৰী স্বাধীনতা, সামাজিক আৰু বৌদ্ধিকভাৱে 'ইংলিছ' ভাৱ-বিলাসৰ পৰা দূৰত্ব অৱলম্বন, আৰু সাংস্কৃতিক স্বাধীনতাৰ কথাকে ক'ব খুজিছিল। এইবোৰ ধ্যান-ধাৰণাৰ প্ৰবক্তা হিচাপে 'ইন্টেলেকচুৱেল ডিক্লাৰেশ্বন অব ইণ্ডিপেণ্ডেন্স'ৰ মূল বক্তব্যৰ সপক্ষে মতপোষণ কৰিছিল।

১৮৬২ চনত লিখা 'আমেৰিকান চিভিলাইজেশ্বন' নামৰ ৰচনাখনত এমাৰচনে আৰু কেতবোৰ গুৰুত্বপূৰ্ণ কথা উত্থাপন কৰিছিল, যথা ঃ

(১) America is another word for opportunity.

(২) American history appears like a last effort of Divine Providence on behalf of the human race.

(৩) Moral governance.

Avant garde বা অগ্ৰগামী ঢৌৰ আগমনৰ আগলৈকে আমেৰিকাৰ আধুনিক কবিতাৰ চৰিত্ৰ মোটা-মুটিভাৱে আছিল এনেকুৱা ঃ

(১) পৰম্পৰাগত, প্ৰথাসিদ্ধ
(২) আনুষ্ঠানিক বা বিধিবদ্ধ
(৩) শিষ্টাচাৰপূৰ্ণ বা পৰিপাটী

এনে শুচিবায়ুগ্ৰস্ত চৰিত্ৰৰ বাবে ৰবাৰ্ট ল'ৱেল নামৰ কবি এজনে সেই সময়ৰ আমেৰিকান কবিতা 'সকলো সিদ্ধ', 'কেঁচা সোৱাদৰ নাম-গোন্ধ নোহোৱা' বুলি ক'বলৈ বাধ্য হৈছিল। ড'নাল্ড হল আৰু ৰবাৰ্ট পেক সম্পাদিত আৰু ১৯৬২ চনত প্ৰকাশিত *New Poets of England and America* নামৰ সংকলনখন, আৰু ড'নাল্ড এম. এলেনৰ সম্পাদনাত ১৯৬০ চনত প্ৰকাশিত *The New American Poetry : 1945-1960* সংকলনৰ গতি-গোত্ৰ লক্ষ্য কৰি ল'ৱেলে তেনে মন্তব্য দিছিল বুলি সহজেই অনুমান কৰিব পাৰি।

সমালোচক ক্লিয়াম্থ ব্রুকছৰ *The Well-Wrought Urn* নামৰ পুথিখনেও কবিতাৰ উপৰি পিঠিত থকা কাৰিকৰী, প্ৰকৰণগত দিশটোৰ ওপৰতে গুৰুত্ব প্ৰদান কৰিছিল। কবিতাৰ বিষয়বস্তু হ'ব লাগিব পৰম্পৰাগত, কবিসকল হ'ব লাগিব শ্বেতাঙ্গ আৰু উচ্চ মধ্যবিত্ত শ্ৰেণীৰ লোক। এইসকল কবিয়ে ইংৰাজ কবিসকলৰ আদৰ্শ বাদ দি কবিতাৰ কথা চিন্তা কৰিবলৈ মুঠেই সাজু নাছিল আৰু উইলিয়াম বাটলাৰ ইয়েটছ আছিল এখেতসকলৰ আদৰ্শ কবি। তেওঁলোকৰ মতে কবিতা প্ৰধানকৈ মীথকীয় উপাদানৰ ওপৰত আশ্ৰয় কৰি সৃষ্টি হ'ব লাগিব, কবিতা হ'ব লাগিব অংকৰ লেখীয়া, নিৰ্মাণৰ ক্ষেত্ৰত যুক্তিৰ প্ৰাধান্য থাকিবই লাগিব, কবিতা হ'ব লাগিব জ্ঞান-প্ৰজ্ঞা সমৃদ্ধ। ব্যক্তিনিষ্ঠতা, স্বতঃস্ফূৰ্ততা আৰু ব্যাকৰণ বিৰুদ্ধ বেপৰোৱা আচৰণ তেওঁলোকৰ বাবে আছিল পূৰাপূৰি ভাবিব নোৱৰা কথা আৰু সেয়ে এইবোৰ আছিল অস্পৃশ্য।

অগ্ৰগামী টৌৰ সমৰ্থক কবিসকলে কবিতাত মুক্তক ছন্দৰ প্ৰয়োগত বিশেষ গুৰুত্ব দিছিল, তেওঁলোক আছিল আনুষ্ঠানিকতাৰ সম্পূৰ্ণ পৰিপন্থী। কবিতাত ব্যক্তি জীৱনৰ উপাদানৰ স্বচ্ছন্দ প্ৰয়োগ আৰু ভাষাৰ ব্যৱহাৰত অবাধ স্বাধীনতা আৰু সাংস্কৃতিক বহুত্বৰ সপক্ষে আছিল।

* * * *

ষ্টিফেন টেপস্কট সম্পাদিত *Twentieth-Century Latin American Poetry - A Bilingual Anthology* পুথিত পোৱা কথা— টেপস্কটে হেনো এবাৰ গৰমকালি ব্ৰাজিলৰ চাণ্টিয়াগো চহৰত খোজ কাঢ়ি ঘূৰি ফুৰিবৰ পৰত ৰাস্তাৰ দাঁতিত বৈ তৰমুজ বেচি থকা এটা সৰু ল'ৰাই এনেকৈ কৈ থকা শুনা পাইছিল —

'আঁহা আঁহা, তৃষ্ণা বৃক্ষৰ ফলৰ সোৱাদ লোৱাহি
গৰমকালিৰ সেউজ তিমিৰ মঙহৰ জুতি লোৱাহি'

টেপস্কট ল'ৰাজনৰ কথা শুনি এক কথাতেই বিস্ময়াভিভূত। ল'ৰাজনে কয় কি! এয়াতো কথা নহয়, পূৰাপূৰি কবিতা। কবিতা লাটিন আমেৰিকাৰ মানুহৰ সিৰাই সিৰাই প্ৰবাহিত। লাটিন আমেৰিকাৰ দেশবোৰত কবিৰ আদৰ সকলোতকৈ বেছি। লাটিন আমেৰিকাৰ মানুহৰ কথাই কথাই কবিতা। তেওঁলোকৰ মুখৰ ভাষা ৰূপকেৰে উভৈনদী। তেতিয়ালৈকে টেপস্কটে বোলে চিলেৰ কবি পাব্লো নেৰুডাৰ 'ওড টু ৱাটাৰ মেলন' নামৰ কবিতাটো পঢ়াই নাই। টেপস্কটে এই ঘটনাৰ পৰা লাটিন আমেৰিকাৰ জন-মানসত কবি আৰু কবিতাৰ স্থান কি, কথাটো বুজিব পাৰিলে। তৰমুজ বেচা ল'ৰাজনে ভাং-ধপাতৰ নিচাত তেনেকৈ চিএৰি থকা নাছিল, নাইবা ল'ৰাজন স্বভাৱ কবিও নাছিল।



ল'ৰাজনৰ মুখৰে স্বাভাৱিক ভাৱে অহা শাৰী দুটা নেৰুডাৰ কবিতাৰ শাৰীহে। চিলেৰ কবি নেৰুডা আৰু ব্ৰাজিলৰ চাণ্টিয়াগো চহৰৰ তৰমুজ বেচা এটি শিশু। সংযোগটো সঁচাকৈয়ে বিস্ময়কৰ। কবি পাবলো নেৰুডাৰ 'ওড টু ৱাটাৰ মেলন' নামৰ কবিতাটোৰ উদ্ধৃত শাৰী দুটা ইংৰাজী অনুবাদত এনেকুৱা —

'It is the fruit of the tree of thirst/
It is the green whale of summer'

— এই দুটা শাৰীত নেৰুডায়ো ক'তো এবাৰো তৰমুজ শব্দটি লেখা নাই। তাৰ সলনি কবিজনে দুটা মেটাফ'ৰহে প্ৰয়োগ কৰিছে। লাটিন আমেৰিকাৰ ভাষাৰ চৰিত্ৰই তেনেকুৱা। কথাই কথাই উপমা, যোজনা, পটন্তৰ।

লাটিন আমেৰিকান সংস্কৃতিত ধ্বনিৰ (sound) বিশেষ মাহাত্ম্য আছে। সৃষ্টিতত্ত্ব বিষয়ক মীথতে তাৰ প্ৰমাণ। ধ্বনি হ'ল পৰিবৰ্তন, সংবাহন, নৱীকৰণৰ অন্তহীন এক প্ৰক্ৰিয়া। মুখৰ মাত-কথা, গীত কিংবা কবিতা - ধ্বনিৰ এই প্ৰক্ৰিয়াৰ সাক্ষী। ধ্বনি হ'ল আদিতম অস্তিত্ব, ভাৰতীয় সংস্কৃতিৰ ওঙ্কাৰৰ দৰে। আদি দেৱতাৰ যেতিয়া মাটি স্ৰজিবৰ মন গ'ল আকাশত আচম্বিতে বতাহৰ বোকোচাত উঠি আহি ওলালহি সঘনে ৰূপ আৰু বৰণ সলাই থকা মেঘ-কুঁৱলি - সেই মেঘ-কুঁৱলিৰ পুনঃ পুনঃ ৰূপ সলনি হৈ মাটি হ'ল। মাটি স্ৰজি উঠি দেৱতাই গছ-বন, নৈ-নিজৰা, পৰ্বত-পাহাৰ স্ৰজিলে। তাতেই সৃষ্টিকৰ্তা থমকি নৰ'ল। তেওঁ আকৌ মানুহ স্ৰজিলে, কিয়নো মানুহ বিনে সৃষ্টিকৰ্তাৰ গুণানুকীৰ্তন কোনে কৰিব? মানুহক ধ্বনিময় হোৱাৰ বৰ দিলে দেৱতাই। তেহে গুণানুকীৰ্তন সম্ভৱ হ'ব। নিতান্তই সাধাৰণ কথা-বতৰাৰে সৃষ্টিকৰ্তাৰ গুণানুকীৰ্তন নচলিব। সৃষ্টিকৰ্তা সন্তুষ্ট হ'ব তেতিয়াহে, যদিহে গুণানুকীৰ্তন কৰা হয় গীত কিংবা কবিতাৰে। ধ্বনিৰ সহযোগত মানুহে কবিতা ৰচনা কৰি সৃষ্টিকৰ্তাৰ গুণ-গান গাবলৈ ধৰিলে আৰু তেনেকৈয়ে মাটিৰ বুকুত কবিতাৰ উদ্ভৱ হ'ল।

গুৱাটেমালাৰ মায়া জনগোষ্ঠীৰ 'কিছে' বুলি এটা ঠালৰ এই মীথক ফোফল বু (Popul Vuh) বুলি কোৱা হয়। এইখিনিতে আৰু এটা মীথৰ উল্লেখ কৰা যুগুত বুলি ভবা হৈছে। মানুহ স্ৰজনৰ পিছত ঈশ্বৰে মানুহৰ মুখত যি গুণানুকীৰ্তন শুনিবলৈ পালে তাত লেশমানো নাছিল ভক্তি বা দাস্যভাৱ। সেই কথাত ঈশ্বৰ ক্ৰোধিত হ'ল আৰু মেঘে যেনেকৈ জোনটো ঢাকি ধৰে, ভাপে যেনেকৈ আইনা ঢাকি ধৰে, ঈশ্বৰে তেনেকৈয়ে মানুহৰ চকুৰ আইনা ধূলি-ধূসৰিত কৰি পেলালে। দৃষ্টি হেৰুৱাই মানুহে ঈশ্বৰক কাকূতি-মিনতি বহু কৰিলে, যদিও কোনো কামত নাহিল। ঈশ্বৰৰ সঁহাৰি নেপাই মানুহ হৈ পৰিল স্বপ্নদ্ৰষ্টা, কল্পনাপ্ৰৱণ আৰু ঈশ্বৰানুৰাগী। প্ৰশংসা আৰু সন্মান কেনেকৈ কৰিব লাগে সেই

কথাও শিকা হ'ল মানুহৰ। তাৰ বাবে তেওঁলোকে আখৰ আৱিষ্কাৰ কৰিলে আৰু আখৰত ধ্বনি সংযোগ কৰি বিদ্যা শিক্ষা আৰম্ভ কৰিলে। ক্ৰমে তেওঁলোকৰ চকুৰ আগৰ আন্ধাৰ আঁৰ-কাপোৰ আঁতৰি গ'ল। মানুহে কবিতাৰ মহিমা উপলব্ধি কৰিব পৰা হ'ল।

এনেকৈয়ে ওপৰত থকা, চকুৰে নেদেখাজনৰ (Invisible) লগত যোগাযোগ চলিবলৈ ধৰিলে। যোগাযোগৰ সময়ত কণ্ঠ কেনেকৈ মধুৰ কৰি বাণী নিগৰাই ভাষা আৰু সুৰলৈ বৈচিত্ৰ্য আনিব লাগে তাকো শিকিলে। মানুহৰ গীত-কবিতাই ভগৱানক স্পৰ্শ কৰিব পৰা হ'ল।

লাটিন আমেৰিকাৰ কবিতা নহুৱা জনগোষ্ঠীৰ মল্যুঝেন নামৰ দাসী যুৱতী গৰাকীৰ হাতেৰেই আৰম্ভণি ঘটে বুলি কোৱা হয়। ঔপনিবেশিক প্ৰভুৰ বাবে মল্যুঝেনে দাসী আৰু উপপত্নীৰ দ্বৈত ভূমিকাত অৱতীৰ্ণ হ'বলগীয়া হৈছিল। স্পেইনৰপৰা আগত প্ৰভুসকলৰ ভাষাৰ লগত থলুৱা ভাষাৰ মিশ্ৰণ ঘটাই নতুন এক ভাষা নিৰ্মাণ কৰি মল্যুঝেনে লিখা-মিলা কৰিছিল। মেচ্‌টিজ' সকলৰ মাজত এই গৰাকী নাৰীয়ে আদি মাতৃৰ মৰ্যাদা লাভ কৰে।

উপনিৱেশৰ কথা ওলাইছেই যেতিয়া এই খিনিতে লাটিন আমেৰিকান মহান কবি-তাত্ত্বিক অক্তাৱিঅ' পাছৰ লেখা 'হিষ্ট'ৰি অব মেক্সিকান পোৱেট্ৰি' নামৰ ৰচনাখনৰ খেও ধৰি দুই-এটা কথা উনুকিওৱা হ'ব। যদিওবা পাছে মেহিক'ৰ প্ৰসংগতহে ৰচনাখন লেখিছে, লাটিন আমেৰিকাত উপনিৱেশ পতা প্ৰধান শক্তি স্পেইন হোৱা হেতু কথাখিনি প্ৰায়বোৰ লাটিন আমেৰিকাৰ দেশৰ বাবে প্ৰাসঙ্গিক হ'ব। *মেক্সিকান পোয়েট্ৰি* নামৰ পুথিৰপৰা পাছৰ কথা, ইংৰাজী অনুবাদত, উদ্ধৃত কৰিব পাৰি ঃ

> 'The Spain which discovered Mexico was not the Spain of Middle Ages but the Spain of the Renaissance; and the poetry which the first Mexican poets regarded as their own was the poetry which, in Spain was thought un-Spanish, and alien, i.e., Italian. ... Following the Conquest, the Creole writers imitated the Spanish poets who were most divorced from their own soil, sons not only of Spain but of their time.'

লাটিন আমেৰিকাৰ আধুনিকতা সম্পৰ্কে উপৰিউক্ত পুথিৰ পূৰ্বোক্ত ৰচনাখনত অক্তাৱিঅ' পাছে কোৱা কথাখিনি এই সংকলনৰ বাবে খাঁজে-খোঁপে খাই পৰা বুলি বিবেচনা কৰি তলৰ উদ্ধৃতিটো দিয়া হ'ল ঃ

> '*Modernism* is not merely the assimilation of parnassian and symbolist poetry. In discovering French poetry, Spanish-American modernism also discovered the Spanish classics, fogotten and betrayed in Spain. Above all it created a new language which became the vehicle, in an extremely fertile period, of some great poets: Ruben Dario, Leopoldo Lugones, Julio Herrera y Reissig.'



আন এক মেছ্‌টিজ', পেৰুৰ বুৰঞ্জীপ্ৰণেতা, ইনকা গাৰ্চিলাও ডি লা ভেগাই নিজ গোষ্ঠীৰ স্পেনীয় শ্ৰোতা-দৰ্শকৰ বাবে গীত লিখি গাবলৈ লৈছিল সেই ষষ্ঠদশ শতিকাতে। এওঁৰ 'কমেণ্টাৰিঅ'চ ৰিয়েলছ্' নামৰ ৰচনাসমূহৰ দ্বাৰা পৰবৰ্তী কালত চেছাৰ বায়েখ' নামৰ কবিজনো প্ৰভাৱিত হৈছিল। বায়েখ' নিজেও আছিল এজন মেছ্‌টিজ', তাৰ মানে থলুৱা আৰু স্পেনীয় মূলৰ মানুহৰ মিলনত হোৱা গোষ্ঠী।

এনেকৈয়ে থলুৱা আৰু ইউৰোপৰ বিশ্ববীক্ষাৰ মিলন আৰু সংঘাত হ'বলৈ ধৰিলে। এই সংঘাত ইমানেই তীব্ৰ হ'ল যে লাটিন আমেৰিকাবাসীৰ অস্তিত্বলৈ সংকট নামি আহিল। এই সংঘাতৰ ফলস্বৰূপে লাটিন আমেৰিকাত আধুনিকতাৰ সূত্ৰপাত ঘটিল। আৰ্জেণ্টিনাৰ দাৰ্শনিক এনৰিক ডাছেলৰ মতে থলুৱা আৰু ইউৰোপৰ এই সংঘাত এমেৰিণ্ডিয়ানসকলৰ বাবে আত্মঘাতী স্বৰূপ হৈ পৰিল আৰু ইউৰোপৰ শ্ৰেষ্ঠত্বই মূৰ দাঙি উঠিল। ১৪৯২ চনত উপনিৱেশকাৰী সকলে লাটিন আমেৰিকাত পদাৰ্পণ কৰাৰ সময়ত থলুৱা মেচ'আমেৰিকাবাসী আছিল এক সমৃদ্ধ জাতি, তেওঁলোকৰ আছিল দুহেজাৰ বছৰীয়া সাংস্কৃতিক পৰম্পৰা। কিন্তু অলপ দিনৰ ভিতৰতে সেই সকলো মষিমূৰ হৈ পৰিল। ডাছেলে সেয়ে মেচ'আমেৰিকাবাসীক সংঘাত এৰি সমন্বয় সাধনত গুৰুত্ব দিবলৈ পৰামৰ্শ আগবঢ়ালে।

উপনিৱেশৰ সময়তো থলুৱা ধ্বনিৰ সৃজনী ক্ষমতাৰ সম্পৰ্কে ভালেকেইজন কবি সচেতন-সজাগ হৈ আছিল। ছৰ হুৱানা (Sor Juana) নামৰ কবি গৰাকীয়ে ভিলান্‌চিছ'জ(villancicos), খ্ৰীষ্টমাচ স্তুতিগীত, ৰচনাৰ মাজেৰে মেহিক' দেশৰ জন-সাধাৰণৰ মুখৰ বাণীৰ জয়গান কৰিলে। সপ্তদশ শতিকাত গ্ৰেগ'ৰিএ' দামাত'ছ নামৰ কবিজনে বাহিয়া নগৰৰ নাগৰিকৰ জীৱন পথৰ কথা কবিতাত ফুটাই তুলিলে। উনবিংশ শতিকাত হ'ছে মাৰ্তিয়ে থলুৱা ধ্বনিৰ আকাঙ্খাৰ সৈতে স্পেইনৰ মধ্যযুগৰ গীত-মাত, কেৰিবসকলৰ বাক্যৰীতিৰ সংমিশ্ৰণত এক নতুন ধৰণৰ গীতি কবিতা লেখি উলিয়ালে।

নাৰীকণ্ঠও ধ্বনিত হ'ল পুৰুষকণ্ঠৰ সমানে সমানে। গেব্ৰিয়েলা মিষ্ট্ৰাল নামৰ কবিগৰাকীয়ে তেওঁৰ বিমূৰ্তধৰ্মী ৰচনাবোৰৰ মাজেৰে যেন কবিতাৰ প্ৰাণ স্পৰ্শ কৰিবলৈ সক্ষম হ'ল। তেওঁৰ সৃষ্ট কবিতাৰ এক কল্পিত নাৰী 'The woman in the meadow'ৰ মাজেৰে কবিতাক কৰি তুলিলে বৰ্ণমুক্ত এপাহি ফুল, যি ফুল ফুলে মলয়া বতাহৰ বুকুত, তাৰপৰা বুটলি আনিব লাগে আলফুলে। ইয়াৰ মাজেৰে বৰ্ণ-গন্ধময় ধ্বনিৰ জয়গানেই

গালে কবিগৰাকীয়ে। এল্‌ফ'নচিনা ষ্ট'ৰ্নি নামৰ কবিগৰাকী মলয়া বতাহলৈ নগৈ নিজৰ গাতে কুঁৱা খান্দি সুৰভিত ধ্বনিৰ বৰ্ণালীৰ সন্ধান কৰিলে। এন্‌ৰিকিটা আৰভেল লাৰিভাই নিজানত কাণ পাতি নুশুনা সংগীত শুনিবৰ সুবিধা কৰি দিয়াসকলৰ প্ৰতি গভীৰ কৃতজ্ঞতা কবিতাৰ মাজেৰেই প্ৰকাশ কৰিলে।

এইখিনিতে কবি ৰুবেন দাৰিঅ' সম্পৰ্কে, বিশেষকৈ তেওঁ প্ৰৱৰ্ত্তন কৰা আধুনিকতা(modernism)ৰ বিষয়ে চমুকৈ ক'ব বিচৰা হৈছে। ৰুবেন দাৰিঅ'ই একান্ত নিজাববীয়াকৈ যি আধুনিকতা আন্দোলনৰ জন্ম দিছিল তাৰ স্বৰূপ কেনেকুৱা আছিল জানিব খোজা হৈছে। তেওঁ ফৰাচী প্ৰতীকবাদী সকলৰ প্ৰকৰণ-শৈলীৰ লগত লাটিন আমেৰিকাৰ পুৰণি নান্দনিকতাৰ সংমিশ্ৰণ ঘটাই এক নতুন শৈলীৰ প্ৰচলনত গুৰুত্ব দিছিল — সেয়াই তেওঁৰ মডাৰ্নিজম। নিকাৰাগুৱাত জন্ম হোৱা এই লেখকজনে যৌৱন কালত নানান দেশ ঘুৰিছিল, এবাৰ তেওঁ চিলেলৈও গৈছিল, তাতেই তেওঁ তাৰ লেখকসকলৰ ৰচনাৰ যোগেদি ফৰাচী প্ৰতীকবাদৰ লগত চিনাকি হোৱাৰ সুযোগ লাভ কৰে। সেই প্ৰভাৱতে ৰচিত তেওঁৰ কেইখনো গ্ৰন্থই লাটিন আমেৰিকাত প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰে আৰু স্পেইনৰ মূল ভূখণ্ডতো তেওঁ প্ৰধান লেখকৰ স্বীকৃতি পাবলৈ সমৰ্থ হয়। তেওঁৰ এক অনুৰাগী দল গঠিত হয়। যদিও ১৯১৬ চনত তেওঁৰ মৃত্যুৰ পিছত সেই মডাৰ্নিজিম উৰি যোৱাৰ দৰে কেনিবা হেৰাই থাকিল। ৰুবেন দাৰিঅ'ৰ বিষয় আছিল বাস্তৱ-বিমুখ, ৰূপ-সৌন্দৰ্যৰ স্তুতি, বিদেশীৰ(Exotic) প্ৰতি মোহ আৰু কবি ব'দলেৰ কথিত অৱক্ষয় আৰু পাপৰ প্ৰতি অপৰিসীম উৎসুক্য।

বিংশ শতিকাৰ সূচনা পৰ্বৰেপৰা লাটিন আমেৰিকাৰ কবিতাই ৰূপ সলাবলৈ ধৰে। ক্ৰমে নোহোৱা হৈ পৰিবলৈ ধৰিলে নাৰ্চি ছাছসুলভ আত্ম-মগ্নতা, আৰু গজদন্ত মিনাৰৰ কল্পলোক — যি আছিল উনবিংশ শতিকাৰ ইউৰোপৰ প্ৰভাৱ। কবিসকলে স্বভূমিত শিপোৱা বিষয়বস্তুৰ সন্ধান কৰিবলৈ ধৰিলে, দিনচৰ্যাক কবিতাৰ ভিতৰুৱা কৰিলে, তুচ্ছ হ'লেও জীৱনৰ সৈতে নিবিড় ভাৱে বান্ধ খাই থকা বস্তুপুঞ্জৰ প্ৰাণ-প্ৰদেশলৈ জুমি চোৱাৰ আন্তৰিক প্ৰয়াস আৰম্ভ হ'ল। আলংকাৰিক বাহুল্য, জকমকীয়া ভূষণ পৰিহাৰ কৰি সাধাৰণ-নিছলাৰ জেউতি আৱিষ্কাৰ কৰিবলৈ তৎপৰ হৈ উঠিল। আৰম্ভণি ঘটিল প্ৰতি কবিতাৰ অভিযাত্ৰাৰ। ইমানৰ পিছতো কবিতাৰ কলাগুণ তেওঁলোকৰ বাবে সৰ্বোপৰি হৈয়ে থাকিল। কবি নিকানোৰ পাৰৰাৰ সেই বিখ্যাত স্তৱক ঃ

'যি মন যায় লিখা
যেনেকৈ মন যায় লিখা
কত তেজ নিগৰি গ'ল সময়-সুঁতিয়েদি
খামোচ মাৰি ধৰা যে এইটোৱেই ঠিক
এই পথেই সঠিক
কবিতাত সকলো চলে
এটাই মাথোঁ চৰ্ত
তোমাৰ লেখা
উকা কাগজতকৈ
উত্তম হ'বই লাগিব'

* * * *

বিংশ শতিকাৰ চতুৰ্থ দশকত ইটালীৰ লেখক জিঅ'ভান্নি পাপিনিয়ে লাটিন আমেৰিকাৰ সংস্কৃতিক তুচ্ছ-তাচ্ছিল্য কৰি এনেকৈ কৈছিল ঃ

'America is made from the waste of Europe.'

লাটিন আমেৰিকাৰ সাহিত্য-সংস্কৃতিয়ে নিজ গুণে তাৰ সমুচিত প্ৰত্যুত্তৰ দিছে। লাটিন আমেৰিকাই কাৰো ওচৰত স্বীকৃতি বিচাৰি সৰু হোৱা নাই আৰু হ'বও নোৱাৰে। কোনেও নিজাববীয়াকৈ স্বীকৃতি দিয়াৰ উদ্যোগ লোৱাৰ দৰকাৰো নাই।

নোবেল বিজয়ী গেব্ৰিয়েল গাৰ্চিয়া মাৰ্কেজে নোবেল ভাষণত কবিতা সম্পৰ্কে, স্বদেশৰ কবি লুই কাৰ্ডোজা ই আৰাগ'ই কোৱা কথা এষাৰ উল্লেখ কৰিছিল। তাৰেই এই শিতানটো সামৰিম ঃ

'the only concrete proof of the existence of man : poetry.'

আমেৰিকা আৰু লাটিন আমেৰিকাৰ কবিতাৰ অসমীয়ালৈ অনুবাদ কৰাৰ এই আঁচনি অসম সাহিত্য সভাৰ। মোক খৰতকীয়াকৈ এই কাম কৰিবলৈ কোৱা হ'ল। *'দুই আমেৰিকাৰ কবিতা'* নামেৰে এই কামটো দুমাহৰ ভিতৰতে কৰা হ'ল। অনুবাদকসকলৰ আন্তৰিক সহযোগিতাৰ বাবে এয়া সম্ভৱপৰ হ'ল। এই কামত জড়িত হ'বলৈ সুযোগ দিয়া বাবে অসম সাহিত্য সভাৰ মাননীয় সভাপতি ড° কুলধৰ শইকীয়া আৰু সংশ্লিষ্ট সকলোকে আন্তৰিক ধন্যবাদ জনাইছোঁ। ইতি—

অনুভৱ তুলসী
সতী জয়মতীনগৰ, মালীগাঁও, গুৱাহাটী
১৯/১১/২০২০

## ৰাল্‌ফ ৱাল্‌ড' এমাৰছন (১৮০৮-১৮৮২)

আমেৰিকাৰ ব'ষ্টন চহৰত জন্ম হোৱা এমাৰছনে হাৰ্ভাৰ্ডত মন্ত্ৰণালয় সম্পৰ্কীয় শিক্ষা সাং কৰি ১৮৩০ চনত 'ছেকেণ্ড ইউনিটেৰিয়ান' গীৰ্জাৰ একমাত্ৰ পেট্ৰ'ন হয়। ধৰ্মীয় বিশ্বাস সংক্ৰান্তীয় সংকটৰ বাবে ১৮৩৩ চনত সেই পদ এৰি নিজৰ চিন্তাৰে পৰিচালিত হ'ব বিচাৰে। নিবন্ধকাৰ আৰু সুবক্তা এমাৰছনে কবি বুলি পৰিচয় দিহে ভাল পাইছিল। এমাৰছনৰ স্থান সাৰস্বত সমাজত এতিয়াও অতি গুৰুত্বপূৰ্ণ।

### সাধু

পৰ্বত আৰু কেৰ্কেটুৱাৰ
কাজিয়া লাগিছিল,
আৰু পৰ্বতে কেৰ্কেটুৱাক মাতিছিল 'ঐ টিকিৰা' বুলি
কেৰ্কেটুৱাই উত্তৰ দিছিল,
তুমি নিঃসন্দেহে বহুত ডাঙৰ,
কিন্তু সকলো বস্তু আৰু বতৰ
একেলগে ল'বই লাগিব
এটা বছৰ আৰু
এটা ব্ৰহ্মাণ্ড হ'বলৈ
আৰু মই ভাবোঁ
মোৰ নিজৰ ঠাইত থকাটো
একো বদনামৰ কথা নহ'ব।
যদি মই তোমাৰ সমান ডাঙৰ নহওঁ,
তুমি মোৰ সমান সৰু নহয়,
আৰু আধাও তজবজীয়া নহয়

মই কেতিয়াও অস্বীকাৰ নকৰিম তুমি
যদি এটি ধুনীয়া কেৰ্কেটুৱাৰ পথ গঢ়িব পাৰা,
প্ৰতিভা বেলেগ বেলেগ, সবৰে শুভ ভাবি চিন্তিয়েই থৈছে;
যদি মই মোৰ পিঠিত অৰণ্য কঢ়িয়াব নোৱাৰোঁ
তুমিও ফলৰ খোলাটো ফুটাব নোৱৰা

অনুবাদ ঃ ডঃ এম কামালুদ্দিন আহমেদ

## পানী

সভ্যতাক পানীয়ে
ভালদৰে জানে
ই মোৰ ভৰি তিয়ায় কিন্তু সুন্দৰকৈ
ই মোৰ জীৱনত সিৰসিৰণি তোলে,
কিন্তু ৰসিকতাৰে ই বিতত নহয়
ই ভগ্ন হৃদয়ো নহয়,
ভালদৰে ব্যৱহাৰ কৰিলে, ই আনন্দ শোভিত কৰে,
সম্ভ্ৰম কৰিলে আনন্দ দুগুণে বঢ়াই তোলে,
বেয়াকৈ ব্যৱহাৰ কৰিলে, ই ধ্বংস কৰিব,
সঠিক সময় আৰু জোখত
সোণালী আনন্দৰ এখনি মুখাবয়বেৰে
বিচক্ষণতাৰে ধ্বংস কৰিব।

অনুবাদ ঃ ডঃ এম কামালুদ্দিন আহমেদ

## দিনবোৰ

সময়ৰ দুহিতা, ভণ্ড দিনবোৰ
খালী ভৰিৰ দৰৱেশৰ দৰে অস্ফূট আৰু বোবা
আৰু আগবাঢ়ি যায় অকলে অন্তহীন এটাৰ পিছত এটাকৈ শাৰীত
আনে মুক্তাখচিত মুকুট আৰু গছৰ ঠেঙুলি সিহঁতৰ হাতত।
তেওঁৰ ইচ্ছাপত্ৰৰ পিছত প্ৰত্যেককে সিহঁতে উপহাৰ দিয়ে।
ৰুটী ৰাজ্য তৰা আৰু এই আটাইবোৰ সামৰি লোৱা আকাশ।



মই মোৰ ছায়াবৃত বাগিচাত, উৎসৱৰ আলেখ-লেখ চাওঁ
মোৰ ৰাতিপুৱাৰ ইচ্ছা পাহৰি গৈছিলোঁ, খৰধৰকৈ
লৈছিলোঁ অকণমান ঘাঁহ-বন আৰু আপেল আৰু দিনটো
ঘূৰিছিল আৰু গুচি গৈছিল নীৰৱে। মোৰো পলম হৈছিল,
তাইৰ পৱিত্ৰ কপালবন্ধনীৰ তলত দেখিছিলোঁ অৱজ্ঞা।

অনুবাদ ঃ ডঃ এম কামালুদ্দিন আহমেদ

## বৰফৰ ধুমুহা

আকাশৰ সকলো তূৰ্যধ্বনিয়ে ঘোষণা কৰিলে,
বৰফ পৰিছে, পথাৰবোৰ ওপৰলৈ গৈ গৈ ক'তোৱেই যেন নপৰিবগৈ,
বগা বতাহে পাহাৰ, হাবি, নদী আৰু স্বৰ্গ ছানি ধৰে
আৰু বাগিচাৰ প্ৰান্তৰ পামঘৰতওৰণি টানে।
শ্লেজ আৰু যাত্ৰীবাহী গাড়ী ৰৈ গৈছিল, পত্ৰদুতৰ খোজ
লেহেম হৈছিল, সকলো বন্ধুৱে দুৱাৰ জপায়, ঘৰৰ বন্ধুবোৰ বহে
দপদপীয়া জুইশালৰ চাৰিওফালে, বেৰি থাকে
ধুমুহাৰ উত্তাল গোপনীয়তাত।

আহি চোৱাহি উত্তৰ বতাহৰ কাৰুকৰ্ম
এতিয়ালৈকে নেদেখা প্ৰস্তৰখনিৰ
খাপৰিৰে সজ্জিত, ভয়ানক নিৰ্মাতাই ওপৰলৈ দাঙি ধৰা
চালৰ বগা বুৰুজ বেঁকা কৰে ঘূৰণীয়াকৈ বেঁকা কৰে
বতাহ অহা দিশৰ প্ৰত্যেকটো খুঁটি অথবা গছ, অথবা দুৱাৰ।
বেগাই, অযুত হাতেৰে তাৰ বন্য কাম
ইমান কল্পনাময়, ইমান বৰ্বৰ, ধৰ্তব্য বুলি নধৰে সি
সংখ্যা বা অনুপাতৰ দৰে। উপলুঙা কৰি
সঁজা বা গড়ালত আঁৰে পেৰচ দ্বীপৰ বগা মাৰ্বল খোদিত বৰফৰ মালা,
এটা ৰাজহাঁহৰ দৰে ৰূপে লুকাই থকা হুল জমা কৰে
খেতিয়কৰ আলি প্ৰাচীৰৰপৰা প্ৰাচীৰলৈ পূৰ্ণ কৰে
তৎসত্বেও কৃষকৰ হুমুনিয়াহ, আৰু জপনামুখত
ক্ৰমশঃ সৰু হৈ অহা মিনাৰে চেৰাই যায় কাম।
আৰু যেতিয়া তেওঁৰ ঘণ্টাবোৰৰ সংখ্যা দিয়া হয়, আৰু পৃথিৱীখন

গোটেইখিনিয়েই তেওঁৰ, অৱসৰ ল'বলৈ গৈছে তেওঁ যেনিবা নহয়েই
সেই ঠাই এৰে, আৰু যেতিয়া সূৰ্য ওলায়, আশ্চৰ্য-চকিত শিল্প
বিলম্বিত গঠনেৰে অনুকৰণ কৰিবলৈ, শিলে শিলে
এটা যুদ্ধত নিৰ্মিত, উন্মাদ বতাহৰ ৰাতিৰ কাম
বৰফৰ ধেমেলীয়া স্থাপত্য।

*টোকা ঃ পেৰচ ঃ গ্ৰীচৰ এটি সৰু দ্বীপ*

অনুবাদ ঃ ডঃ এম কামালুদ্দিন আহমেদ

## ব্ৰহ্ম

যদি ৰঙা নিধনকাৰীয়ে ভাবে তেন্তে তেওঁ নিধন কৰিছে
যদি হত্যাই ভাবে তেওঁক হত্যা কৰা হৈছে
সূক্ষ্ম উপায়বোৰক তেওঁলোকে ভালদৰে নাজানে
মই ৰাখো, আৰু পাৰ হওঁ আৰু পুনৰ ঘূৰোঁ।

দূৰ অথবা পাহৰি যোৱাটো মোৰ বাবে ওচৰ,
ছাঁ আৰু সূৰ্যৰ পোহৰ একেই
অদৃশ্য হৈ যোৱা ভগৱানে মোক দেখা দিয়ে
আৰু ভগৱান মোৰ বাবে সুনাম আৰু দুৰ্নাম একেলগে।

যি সকলে মোক বাহিৰ উলিয়াই দিয়ে তেওঁলোক ৰুগ্ন
যেতিয়া মোক তেওঁলোকে উৰুৱায়, মই তেতিয়া ডেউকা,
মই সন্দেহবাদী আৰু সন্দেহ
আৰু মই বাহ্মণে গোৱা স্তোত্ৰ।

বন্দী দেৱতাই মোত মিলি যাবলৈ আকুল হয়
আৰু পৱিত্ৰ সপ্তৰ্ষি মিছাতে উদ্‌বাউল হয়,
কিন্তু তুমি শুভৰ নিৰ্জু প্ৰেমিক
মোক বিচাৰি পোৱা আৰু তুমি স্বৰ্গক পিঠি দিয়া

অনুবাদ ঃ ডঃ এম কামালুদ্দিন আহমেদ



## এডগাৰ এলান পো (১৮০৯-১৮৪৯)

গদ্য-পদ্যত সমানে সিদ্ধহস্ত এডগাৰ এলান পোৰ জন্ম আমেৰিকাৰ মাছাচুছেট্ছ প্ৰদেশৰ ৰাজধানী ব'ষ্টন চহৰত। এক ধৰণৰ বাধাহীন বেপৰোৱা শিহৰণৰ শিখৰ পৰশা জীৱন যাপনৰ মাজেৰেও তেওঁ অপ্ৰতিদ্বন্দ্বী হৈ পৰিছিল। হ'ৰৰ গল্পৰে বিশ্বজুৰি ৰুদ্ধশ্বাস শিহৰণ বিয়পোৱা পোৰ কবিতাতো আছে অন্য মেজাজ, অনন্য শৈলী-নিবদ্ধ গুৰু-গহীন আৰু সুসংহত বাকপ্ৰতিমা। সকলোৱে তেওঁক মহাপ্ৰতিভা বুলি মানি লৈছে আৰু আধুনিক কবিতাৰ জনক চাৰ্ল ব'দলেৰ, স্তেফান মালাৰ্মে আদিয়েও তেওঁক গুৰু বুলি ভজিছিল।

### মোৰ মাঁলৈ

মই যিহেতু অনুভৱ কৰোঁ যে স্বৰ্গত
দেৱতাই গুণগুণাই ইজনে, সিজনক কয় —
আৰু প্ৰেমৰ জ্বলন্ত চৰ্তাৱলীৰে বিবেচনা কৰি পায়
যে মাকতকৈ মৰমিয়াল আৰু কোনো নাই
সেইবাবেই সেই মৰমৰ মাতেৰে তোমাক অতদিনে মাতি আছোঁ।
তুমি মোৰ বাবে আইতকৈও অনেক বেছি
মোৰ হৃদয়ৰো হৃদয় তুমি পূৰাই ৰাখিছা য'ত মৃত্যুয়ে তোমাক
প্ৰতিষ্ঠা কৰিছিল মোৰ ভাৰ্জিনিয়াৰ সত্তাক মুক্ত কৰিবলৈ
মোৰ আই, মোৰ নিজা আই, যি অকালতে এৰিছিল দেহা
তেওঁ কেৱল মোৰহে আই আছিল,
কিন্তু মই যাক অতিকে আদৰ কৰিছিলোঁ তুমি তেওঁৰো মাক
সেই বাবে মই জনা আইতকৈ তুমি আদৰৰ
যি অসীমতাৰে মোৰ পত্নী আত্মা-জীৱনতকৈও
মোৰ আত্মাৰ অধিক আপোন আছিল।

অনুবাদ ঃ ডঃ আনন্দ বৰমুদৈ

## এল ড'ৰাড'

ৰং মনে সাজি-কাচি
সাহসী নাইটজন ওলালে
ৰ'দ আৰু ছাঁৰ সতে
ভ্ৰমিলে বহুত বাট
গান এটা গাই গাই
বিচাৰি সোণেৰে ওপচা ঠাই।

বিৰাট সাহসী বীৰজন
বুঢ়া হৈ গ'ল
ছাঁ এটা বুকুত সাৰটি
পৰিবৰ পৰত দেখিলে
ঠাইখন সোণেৰে ওপচা নহয়

অৱলীলাক্ৰমে বলে বীৰক এৰিলে
আৰু তেওঁ লগ পালে
ছাঁ এটা তীৰ্থলৈ যোৱা
কিন্তু ছাঁ আহিব পাৰিলে কেনেকে
সোণেৰে ওপচা দেশ
থাকে জানো তাত ছাঁৰ লেশ?

ছাঁই ক'লে, 'বিচাৰিছা যদি সোণেৰে ওপচা ঠাই
অশ্বাৰোহণ কৰা আৰু গুচি যোৱা
জোনৰ বুকুত থকা পৰ্বত বগাই
নামি যোৱা ছাঁৰ উপত্যকাইদি
সাহসেৰে যোৱা
পলম নকৰি।'

অনুবাদ ঃ ডঃ আনন্দ বৰমুদৈ

## ৰহস্যময়

চল'মন ডন ডাঞ্চে ক'লে, 'গভীৰতম চনেটটোতো
কেতিয়াবাহে ডুখৰীয়া চিন্তা এটা বিচাৰি পাওঁ।'
নেপল্‌চ বনেটৰ পাতল আৱৰণৰ মাজেৰে অনায়াসে তৎক্ষণাৎ দেখা পাওঁ
পেলনীয়াৰো পেলনীয়াবোৰ, এগৰাকী ভদ্ৰমহিলাই পিন্ধেনো কেনেকৈ?
তথাপি পেট্ৰাকীয় চনেটতকৈ বহুত গধুৰ, ফেঁচাৰ পাখিৰ দৰে পেলনীয়া
বুদ্ধি কৰি পতিয়ন নিওৱাৰ আগতেঠাই পায় ট্ৰাঙ্কৰ কাগজৰ তলত।
চলে প্ৰশংসনীয় শুদ্ধ কথা কৈছে, টাকাৰমেনৰ
সাধাৰণ নীতিশিক্ষাৰে পাঠবোৰ ত্ৰুটিপূৰ্ণ
বুদবুদৰ দৰে ক্ষণস্থায়ী আৰু স্বচ্ছ
কিন্তু এতিয়া এইটোহে কথা সঁচা, তুমি ভৰসা কৰিব পাৰা
স্থিৰ, অস্বচ্ছ, মৃত্যুহীন
মৰমৰ যিকেইটা নাম ঢাক খাই তলত সোমাই আছে
সেইকেইটাৰ বাবে।

অনুবাদ ঃ ডঃ আনন্দ বৰমুদৈ

## স্বৰ্গত থকাজনৰ প্ৰতি

তুমি মোৰ বাবে সৰ্বস্ব আছিলা প্ৰিয়া
মোৰ আত্মাই তোমাৰ বাবেই হাঁহাকাৰ কৰিছিল
সাগৰৰ মাজত এটা সেউজীয়া দ্বীপ
এটা নিজৰা, এখনি তীৰ্থ
সকলোৰে পৰীৰ ফুল আৰু ফুলৰ মালা পিন্ধা
আৰু সেইবোৰ আছিল মোৰেই ফুল।
ৰঙীন সপোনবোৰ ৰঙীন হৈ নাথাকে
তৰাভৰা আশাৰ উদয় হৈছিল
কিন্তু ডাৱৰে আৱৰিলে
ভৱিষ্যতৰ বুকুৰপৰা এটা কণ্ঠস্বৰ শুনা গ'ল
'আগবাঢ়া, বাঢ়া,' কিন্তু অতীতলে ঘূৰি চালো
(অনুজ্বল সোণালী ৰং) মোৰ সত্তা দৰকলৈ শুলে
স্থিৰ হৈ, নিঃশব্দে, মৰ্মাহত হৈ,
হাঁয় হাঁয় মোৰ বাবে জীৱনৰ পোহৰ আৰু নাই
আৰু নাই - আৰু নাই - আৰু নাই —
(তেনে ভাষাই গম্ভীৰ সাগৰক

ধৰি ৰাখে পাৰৰ বালিত।)
বজ্ৰপাত পৰা গছতো ফুলাই ফুল
আঘাতপ্ৰাপ্ত ঈগলো আকাশত উৰে,
মোৰ দিনবোৰ সপোন বিভোৰ
ৰাতিৰ সপোনবোৰ তোমাৰ আশাৰ নতুন চাৱনি
আৰু য'ত তোমাৰ পদশব্দ তিৰবিৰায়
কিযে আলফুলীয়া নৃত্য
চিৰন্তন নিজৰা পাৰত

অনুবাদ ঃ ডঃ আনন্দ বৰমুদৈ



## জোন্স ভেৰী (১৮১৩-১৮৮০)

কবি আৰু গদ্যলেখক। শ্বেইক্সপিয়েৰৰ শিষ্যৰূপে আমেৰিকাত খ্যাত। লেখক জীৱনৰ আদিতে মানসিকভাৱে ৰোগাক্ৰান্ত হ'লেও কবিতাৰ বাবেই এক বিশেষ স্থান পাই আহিছে।

### দিন

অ' দিন, মই বেজাৰ কৰোঁ
কোনেও তোমাৰ জেউতিৰ নকৰে গুণগান
যদিও হেজাৰে তোমাৰ সোণঘৰতে ওমলে
কোনেও ল'ব নোখোজে খনিকৰৰ নাম
অ' মোৰ সখা, মোৰ সতে উঠা
জিলিকা পোহৰৰ পোছাক পিন্ধি
ৰাতিৰ কাৰাৰপৰা তোমাৰ শিশুবোৰক মুক্তি দিবলৈ
পূবৰপৰা উৰা
তোমালৈ মোৰ সেৱা, তোমাৰ অকলশৰীয়া বাটটোত
সুহৃদ জেউতিৰে
সাইলাখ তোমাৰ দৰেই তোমাৰ এটি পোহৰ শিশু, মই যে ৰ'ব নোৱাৰোঁ
কিন্তু আজি পোহৰ শেষ হ'ব
মানুহৰ মাজত নতুন বেলি উঠালৈকে
কাহিলিপুৱাই পছিমকে বিচাৰি ল'ব

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

## আস্থা

কোনো আস্থা নাই: নিন্দিত নোহোৱাকৈ পাহাৰটো থিয় হৈ আছে
শিখৰে সৰগ চুইছে:
প্ৰতিটো কামে গধুৰ কৰিছে দায়ৰ বোজা
প্ৰতিটো কামে বিচাৰিছে অকণমান অনুকম্পা
প্ৰাৰ্থনাও নাই, এয়া মাথোন খালী শব্দ,
যি ঘন উশাহত শস্যমতী হয় বতাহ
প্ৰতিটো স্পন্দনতে জাগে হেঁপাহ,
ছাগলী বলি দি বলবান হ'ব খোজা সকলক
তোমাৰ বাণীৰে সুমতি দিয়া, পৰমপিতা,
চাৰিওদিশৰপৰা সিহঁতৰ অপৰাধে তোমাকেই চিঞৰিছে:
পিতা-পুত্ৰ, চাহাব-চাকৰ সকলোৱে শুনিছে
সি হঁতৰ আৰ্তনাদেৰে এই মৰুদেশ ভৰি পৰিছে
তোমাৰ সমুখত ভকতক উদ্ধাৰৰ প্ৰত্যাহ্বান
পৰাজয়ৰ গৰাহৰপৰাও জয় কাঢ়ি নিয়াজনে জনাইছে
আমি তেওঁতেই থাকো
পৰমপিতা, তোমাৰ নাম লৈয়ে আমি জী আছোঁ
প্ৰতিক্ষণতে বাঢ়িছে নতুন প্ৰাণৰ ধন
সেয়াই মাথোন যি দিব পাৰোঁ
যদি দিব পাৰোঁ দেশৰ সোণ-সম্পদ, কিন্তু চোৰা,
এই ৰাজকীয় শৰীৰটোৰে চলাচল কৰিব নোৱাৰে, ৰক্ষা কৰা
অকণমান সহানুভূতিৰে ঋণী কৰা
মোৰ কণ্ঠই আকৌ সুৰ নতুলিব
মোৰ ইচ্ছাই যি গায় তাকে সাঁচি থ'ব প্ৰভু
কাৰোবাক আঘাত কৰিবলৈ বা আশীৰ্বাদ দিবলৈও হাত দাঙিব নোৱাৰো
মই আৰু মোৰ কৰ্মৰে কৰিব লাগিব প্ৰমাণ কিমান সামান্য মোৰ সম্পদ
কিমান সামান্য মোৰ আকাঙ্খাৰ পদ
মোৰ ন-কামে মোৰ নতুন নিষ্ঠাকে কৰক প্ৰমাণ
যেতিয়ালৈকে মই জী থাকো আৰু চলাচল কৰো তোমাৰ আদৰত

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন



## জীৱন

তুমি জী থাকিবলৈ দিয়া উপহাৰৰ নাম জীৱন নহয়
তোমাত দলৈ শিপাই বাঢ়িবলৈ দিয়াটোহে জীৱন
পেটুৰা পাতৰ ডালটোক ধমক দিবলৈ যেতিয়া
ৰ'দ আৰু বৰষুণে নগদ লয়, ফলধৰা গছজোপা
যিজোপাৰ পাত পিন্ধা মূৰটো বহুমাইলৰপৰা দেখা পোৱা যায়
যিজোপাৰ কোমল বাহুবোৰ পূৰঠ দেহে আৱৰি ৰাখে
ফলকেইটাও পূৰ্ণিমাৰ জোনৰ দৰে হাঁহি হাঁহি আমাক আদৰে
আমাৰ খোজে যাৰ ছাঁ আঁকে
এই উপহাৰৰ সোৱাদ লোৱা জনৰ ভোক-ভাগৰ নাথাকে
পৰমপিতাই সেয়ে পৰমান্ন বিলায়
আমি ভোগ কৰি থাকোতে কোনে পাকঘৰ আকৌ পূৰ্ণ কৰে
এই বিপুল সম্ভাৰ চিৰকাল থাকিব লাগিব
দৰাৰ ভোগ গ্ৰহণ নকৰাসকলৰ কাৰণে
যি একো শুনিবলৈ নাপাব আৰু তেওঁৰ শব্দকে সিহঁতৰ সখা পাতিব।

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

## পিঠা

তুঁহগুড়িতে জীৱন আমাৰ
মুখত চাউল পৰাই নাই
নোপজা ঈশ্বৰৰ মাটিত গাহৰিৰ দানাৰে পেটপূজা
আমি খাওঁ, পিছে সেয়া জানো সৰগৰ পিঠা
আমি পিওঁ, পিছে সেয়া জানো জীৱন সুধা
জোন ঢুকি পাবলৈ আমি বাওনাই মুধচ বিচাৰোঁ
পৰৰ নাৱত উঠো পাৰ নাপাওঁ
আমি তেৰাৰ সখা, অধিকাৰ হেনো জীয়াই থকা
তেৰাই কল খাই আমাক দিয়ে বাকলি
নালাগে নালাগে, কোঁৰৰ উপজিব
পৰমপিতাৰ আশিস সদায় বিলাব

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

## ৱাল্ট হুইটমেন (১৮১৯-১৮৯২)

নিউ ইয়ৰ্ক মহানগৰীৰপৰা সামান্য নিলগৰ লং আইলেণ্ড দ্বীপৰ ৱেষ্ট হিল্‌ছ অঞ্চলত ৱাল্ট হুইটমেনৰ জন্ম। তেওঁলোকৰ পৰিয়ালটো আছিল কৃষিজীৱী। তেওঁৰ পিতৃ-মাতৃ কোনো এজনৰো আনুষ্ঠানিক শিক্ষা নাই বুলিলেও হয়। ৱাল্টৰ চাৰি বছৰ বয়সত তেওঁলোকৰ পৰিয়ালটো ব্ৰুক্‌লীন চহৰলৈ উঠি আহিছিল আৰু তাতে তেওঁ আনুষ্ঠানিক শিক্ষা গ্ৰহণ কৰে। তাৰ পাছতে আৰম্ভ হয় তেওঁৰ জীৱন যুঁজ। জীৱনত তেওঁ কি কৰা নাছিল! ছপাশালৰ কাম, স্কুল শিক্ষক, সৰু বাতৰি-কাকতৰ সম্পাদনা, মাটি-বাৰী কিনা-বেচাৰ ব্যৱসায় আদি। সকলো প্ৰতিকূলতা নেওচি তেওঁ হৈ পৰিছিল আমেৰিকান কবিতাৰ মহীৰূহ।

১৮৫৫ চনত তেওঁ বাৰটা দীঘল কবিতা প্ৰকাশ কৰে। পাছলৈ এইকেইটা একলগ কৰি প্ৰকাশ কৰে তেওঁৰ অমৰ কাব্যপুথি *Leaves Of Grass*। মাৰ্কিন দাৰ্শনিক পণ্ডিত এমাৰ্ছনৰ মতে এই কাব্যগ্ৰন্থখন— "the wonderful gift, the most extraordinary piece of wit and wisdom that America has yet contributed."

### এটা নিমাত সহিষ্ণু মকৰা

এটা নিমাত সহিষ্ণু মকৰা
চিহ্নিত কৰিছিলোঁ ওখ ঠাই এডোখৰত একাকী হৈ ৰওতে
চিহ্নিত কৰিছিলোঁ উদং বিস্তীৰ্ণ চৌপাশ পৰিভ্ৰমণ কৰোতে
তাৰ দেহৰপৰা সমুখলৈ এৰি দিছিল মিহি সূতা, সূতা আৰু সূতা
খুলিছিল অহৰহ চেৰেকীৰ পাক, বিস্তাৰ কৰিছিল এধানিও নেভাগৰাকৈ

আৰু তুমি, ক'ত থাকা অ' মোৰ আত্মা
অথাই জলধিৰ মাজত যেন একাকীকৈ আবৃত হৈ
সংযুক্ত কৰিবলৈ অবিৰত চিন্তা, প্ৰচেষ্টা, নিক্ষেপণ নিগাজী ঠাই বিচাৰি



যেতিয়ালৈ সজা নহয় তুমি বিচৰা দলং, খামুচি নধৰে লেউসেউ লংগৰে
যেতিয়ালৈ ওলমি নলয় নিক্ষেপ কৰা মকৰাজালৰ সূতাই ক'তো,
অ' মোৰ আত্মা।

অনুবাদ ঃ বিভাৰাণী তালুকদাৰ

### তেওঁৰ বাবে গীত গাওঁ

গীত গাওঁ তেওঁৰ বাবে
অতীতত তুলি ধৰোঁ বৰ্তমান
(যিদৰে শিপাৰ পৰা ওলাই আহে চিৰহৰিৎ গছ, অতীতত বৰ্তমান)
সময় আৰু স্থানৰ সহযোগিতাত বিস্তাৰ কৰোঁ আৰু গলাওঁ অমৃত নীতি
পূৰ কৰোঁ তেওঁক তেওঁলোকৰ নিজা বিধি-বিধানেৰে।

অনুবাদ ঃ বিভাৰাণী তালুকদাৰ

### মুঠতে মই কি

মুঠতে মই এক শিশু, নিজৰ নামতে সন্তুষ্ট হোৱা
পুনৰাবৃত্তি কৰি
বিভিন্ন ধৰণে শুনিবলৈ বিচাৰোঁ— আমনি নালাগে

তোমালৈ তোমাৰ নামটোও
ভাবিছানে একো নাই অথচ দুই তিনিধৰণৰ উচ্চাৰণ
তোমাৰ নামতো

অনুবাদ ঃ বিভাৰাণী তালুকদাৰ

### কবি অনাগত

অনাগত কবি, অনাগত বক্তা, গায়ক, সংগীতকাৰ
কিহৰ বাবে আছোঁ মই সহজ নহয় নিৰূপণ অথবা সমিধান
তোমালোক ন-বীজ, থলুৱা, সপ্ৰতিভ আৰু মহাদেশীয়
জাগা, নিৰূপণ কৰা মোক
লিখোঁ ময়ো দুই এটা শব্দ ভৱিতব্যসূচক
এখোজ আগুৱাই তড়িৎ গতিৰে ঘূৰি আহোঁ আন্ধাৰত এপাক

মই এনে মানুহ, শেষ নকৰাকৈ বাট আৰামত উলটি অহা
কেৰাহীকৈ চাই তোমালোকক যি মুখ ঘূৰোৱা
তোমালোকলৈ এৰিছোঁ এই কথা কি বুলি ক'বা
দিবা এটা অভিধা।

অনুবাদ ঃ বিভাৰাণী তালুকদাৰ

## ন-শিকাৰু

কিদৰে আহে তেওঁলোক ধৰালৈ (এক নিৰ্দ্দিষ্ট ব্যৱধানত)
কিমান মৰমৰ আৰু ভয়াৱহ তেওঁলোক ধৰাৰ বাবে
কিদৰে দৃঢ়তাৰে সাজু কৰে নিজক সকলো পৰিস্থিতিৰ বাবে— কি এক
বিৰোধাভাব উপজে তেওঁলোকৰ বয়সত
কিদৰে আনে সঁহাৰি দিয়ে তেওঁলোকক, আনকি একো নজনাকৈয়ে
কিদৰে খেদি ফুৰে সকলো সময়তে নিষ্ঠুৰ ভাগ্যই
প্ৰতিবাৰে ভুলকৈ চিহ্নিত হয় প্ৰশংসা আৰু তোষামোদ
আৰু কেনেকৈ এতিয়াও একেই মূল্য দিয়ে বিশ্বাস ওপজা সকলোতে।

অনুবাদ ঃ বিভাৰাণী তালুকদাৰ

## মাক আৰু কেঁচুৱা

শুই থকা কেঁচুৱা এটি দেখিলো, মাকৰ বুকুৰ নীড়ত
শুই থকা মাক আৰু কেঁচুৱা, নীৰৱে, মই বহুপৰ তেওঁলোকলৈ চাই ধ্যানস্থ হ'লোঁ

অনুবাদ ঃ ডঃ প্ৰশান্ত মিশ্ৰ

## পাঠ

কোনোবাই কেৱল শান্তি আৰু নীৰৱতাৰ মিঠা পাঠ পঢ়ুৱায়;
কিন্তু মই যাক ভালপাওঁ, যুদ্ধ আৰু মৃত্যুৰ পাঠ পঢ়ুৱাওঁ,
যাতে, তেওঁলোকে, তেওঁলোকলৈ অহা আক্ৰমণ প্ৰতিহত কৰিব পাৰে।

অনুবাদ ঃ ডঃ প্ৰশান্ত মিশ্ৰ



## কৃষিপামৰ ছবি

প্ৰশান্তিময় দেশীয় শস্যৰ ভঁৰালৰ প্ৰশস্ত খোলা দুৱাৰেদি,
এখন ৰৌদ্ৰালোকিত চাৰণভূমি, য'ত চাৰ পাই আছে গৰু-ম'হ আৰু ঘোঁৰাবোৰ
আৰু কুঁৱলী আৰু বীথিকা আৰু বিবৰ্ণ দূৰ-দিগন্ত।

অনুবাদ ঃ ডঃ প্ৰশান্ত মিশ্ৰ

## যেতিয়া খেতিয়কজনে মাটি চহ কৰা চাই আছিলোঁ

যেতিয়া খেতিয়কজনে মাটি চহ কৰা চাই আছিলোঁ
অথবা বোৱনীয়ে পথাৰত ভূঁই ৰুই থকা অথবা দাৱনীয়ে শস্য চপাই থকা
তাতো দেখিছিলোঁ, অ' জীৱন আৰু মৃত্যু, তোমাৰ উপমা
(জীৱন, জীৱন এটি কৃষিকৰ্ম আৰু মৃত্যু সেই অনুসাৰে শস্য চপোৱাৰ দৰে)

অনুবাদ ঃ ডঃ প্ৰশান্ত মিশ্ৰ

## তোমালৈ, অ' গণতন্ত্ৰ

আহাঁ, মই এখনি অলংঘ্য মহাদেশ গঢ়িম
বেলিৰ পোহৰত জিলিকি থকা আৰু জাক-জমকতাপূৰ্ণ জাতি গঢ়িম

মই স্বৰ্গীয় চৌম্বকীয় ক্ষেত্ৰ গঢ়িম
কমৰেডসকলৰ প্ৰেমেৰে কমৰেডসকলৰ জীৱনজোৰা প্ৰেমেৰে।
বৃক্ষৰ দৰে নিবিড় বন্ধুত্ব গঢ়িম
আমেৰিকাৰ নৈৰ আশে-পাশে,
আৰু বৃহৎ হ্ৰদৰ উপকুলত, আৰু বৃক্ষহীন তৃণভূমিত
দুবাহুৰে ইজনে-সিজনৰ ডিঙিত ধৰাধৰিকৈ থকা
অবিভাজ্য মহানগৰ সাজিম
কমৰেড সকলৰ প্ৰেমেৰে কেৱল কমৰেড সকলৰ প্ৰেমেৰে
মোৰ পৰা এয়াই তোমালৈ, অ' গণতন্ত্ৰ
তোমাক সেৱা কৰিবলৈ, হে মোৰ অৰ্দ্ধাঙ্গিনী
তোমালৈ, তোমালৈ মোৰ এই কম্পিত গীতৰ ধ্বনি।

অনুবাদ ঃ ডঃ প্ৰশান্ত মিশ্ৰ

## হাৰমেন মেলভিল (১৮১৯-১৮৯১)

আমেৰিকান ঔপন্যাসিক, গল্পকাৰ আৰু কবি। সাগৰীয় পটভূমিত লিখা উপন্যাস *মবী ডিক* (১৮৫১) তেওঁৰ শ্ৰেষ্ঠ কীৰ্তি। তেওঁৰ কবিতাত আমেৰিকান গৃহযুদ্ধই প্ৰধান বিষয় হিচাপে বাৰে বাৰে ভূমুকি মাৰিছে।

### প্ৰেতাত্মা

(এক অতীত-অৱলোকন)

আলোড়ন আহিছিল; আৰু য'ত পথাৰখন আছিল
চৰণীয়া সেউজত দীঘলীয়া নিদ্ৰাত,
উত্তোলিত হৈছিল এটা ভৌতিক পাহাৰ
(নিশ্চিতকৈ ভয়াৰ্ত চেতনাটো আছিল গোটেই ভ্ৰম),
সাৰুৱা ভূমিৰ উপত্যকা আৰু গেদৰ গিৰিখাত।

তাত আছিল অসংৰক্ষিত মাৰি-মৰকবোৰ,
তাইৰ অন্তিম আশ্ৰয়ৰ ধূলিবোৰ;
কিন্তু, চকুৰে তাক দেখা পাব পৰাৰ
বা মনে তাক বুজি পাব পৰাৰ আগতে,
সি খহি পৰিল!— আমাৰ ভৰিত।

গতিকে, তাৰপিছত, কঠিনতাৰ এটা তৰপ—
তলৰ জুইৰ কেন্দ্ৰটো;
বহু বছৰ ভালেৰেই গ'লহেঁতেন,
কিন্তু বিভীষিকাৰ এক শংকা নোহোৱাকৈ
তেনে ঘটিব বুলি কোনে ভাবিব পাৰে?

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী



### শিল্পকলা

শান্ত সমাহিত সময়ত সুপ্ৰসন্ন হৈ আমি
এক ভয়হীন নিৰাকাৰ পৰিকল্পনাৰ দেখোঁ অনেক সপোন।
কিন্তু গঢ় দিবলৈ, স্পন্দনে সৃষ্টি কৰে জীৱন,
বিষম বস্তুবোৰৰ হ'ব লাগিব সংযোগ আৰু মিলন ঃ
গলাবলৈ একুৰা জুই— গোট মাৰিবলৈ এছাটি বতাহ;
বিষণ্ণ সহনশীলতা— আনন্দোচ্ছল শক্তি;
বিনয়— তদুপৰি গৌৰৱ আৰু অৱজ্ঞা;
প্ৰবৃত্তি আৰু মনন; প্ৰেম আৰু ঘৃণা;
ধৃষ্টতা— শ্ৰদ্ধা। এইবোৰৰ মিলন ঘটিব লাগিব,
আৰু দেৱদূত শিল্পকলাৰ মোকাবিলা কৰিবলৈ
সংযুক্ত হ'ব লাগিব জেকবৰ ৰহস্যময় হৃদয়ৰ সৈতে।

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

### সন্দেহ

যেতিয়া সামুদ্ৰিক ডাৱৰবোৰে আন্তঃদেশীয় পাহাৰবোৰৰ ওপৰেৰে
শৰতকালৰ শেষৰ ফালে ধুমুহাৰ দৰে গতি কৰে,
সেমেকা উপত্যকাটো আতংকৰে ভৰি পাৰে,
ঘৰৰ চূড়া সশব্দে খহি পৰে নগৰখনত,
মই মোৰ দেশৰ অসুখৰ কথা ভাবোঁ—
মানুহৰ নিৰ্বোধ অপৰাধৰ সৈতে সংযুক্ত হৈ থকা
পৃথিবীৰ সঠিকতম আশাত নষ্ট হোৱা সময়ৰপৰাই ধুমুহাৰ বিস্ফোৰণ ঘটে।
প্ৰকৃতিৰ অন্ধকাৰ দিশটোলৈ এতিয়া মনোযোগ দিওঁ—
(আঃ! আশাপ্ৰদ উল্লাসে উৰাৰ মনোবল ভাঙে)—
এটা শিশুৱে অকলশৰীয়া ক'লীয়া পাহাৰটোৰ মেজাজী কপাল পঢ়িব পাৰে।
সশব্দে মুষলধাৰ বৰষুণ নামি আহি গিৰিখাতেৰে প্ৰৱাহিত হয়,
আৰু আমাৰ অনুভূত ধুমুহাৰ পিছফালে ধুমুহাবোৰে গঢ় লয় ঃ
হেমলক কঁপে নাওৰাত, ওকগছ কঁপে চলন্ত নৌকাত।

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## পূৰ্বাভাস

মাৰলিৰপৰা ওলমি থকা,
ধীৰে ডুলি থকা (যেনে আইন),
তোমাৰ সেউজ ক্ষেত্ৰত কৃশকায় ছাঁ,
শ্বেনানডোহ!
ঘাপটো মুকুটখনত
(চোৰা, জন ব্ৰাউন *),
ঘাবোৰ আৰু নুশুকাব।
টুপীটোত লুকাই থকা ক্ষোভ
কোনেও আঁকিব নোৱাৰে
সেয়ে তোমাৰ ভৱিষ্যৎ তাৰ মুখত লুকাই আছে,
শ্বেনানডোহ!
কিন্তু প্ৰতিবাদৰ আৰাও শুনা গৈছে
(অচিন জন ব্ৰাউন),
যুদ্ধৰ উল্কা।

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

* জন ব্ৰাউন হ'ল আমেৰিকাৰ দাসপ্ৰথা বিৰোধী আন্দোলনৰ এগৰাকী হোতা।

## এজনী প্ৰাক্তন দাসী

প্ৰকট হৈছে তাইৰ বংশৰ দুৰ্দশা,
আৰু জীৱনৰ অতীত-অৱলোকন,
যিটোৱে এতিয়া পলমকৈ হ'লেও মুক্তি আনিব;
তথাপি তাই কাজিয়াখোৰ মতলবত নাই।

তাইৰপৰা গোপনে ৰখা ভালটোৰ কথা
তাইৰ সন্তানৰ সন্তানসকলে জানিব;
আৰু সেয়ে তাইৰ ভাবনালৈ আহে ভৱিষ্যদৰ্শী উল্লাস—
আত্মাত তাই দেখা পায় উদ্দীপনা।

হাজাৰ বছৰৰ গভীৰতাৰ বহু তলত,
আৰু ফূৰ্তিৰ জিলিকনিৰ চাপ;
তাইৰ ক'লীয়া মুখ স্নিগ্ধ পোহৰত উজলি উঠে,
ভৱিষ্যদৰ্শী, যদিও অমায়িক।

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## গ্ৰীক স্থাপত্য

বিশালতা নহয়, নহয় প্ৰাচুৰ্য,
বৰঞ্চ সংৰূপ —ঠাইখন;
উদ্ভাবনামূলক খামখেয়ালি নহয়,
বৰঞ্চ মূল আৰ্হিটোলৈ শ্ৰদ্ধা।

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## সুদূৰ সমুদ্ৰতট

চোৰাচোন, নাওখন, এটা সংকেত উৰিছে,
ক্ষীণ— এটা টুকুৰা;
ৰচিবে বান্ধি থোৱা মাস্তুলত কোনো পৰি থকা নাই,
জীৱন্ত অথবা মৃত।
সমুদ্ৰ-পক্ষীয়ে কান্দে, ওপৰত উৰে,
"নাবিক, নাবিকজন?"
আৰু ঢৌ, অসাৱধান, ভ্ৰমি ফুৰা,
আকৌ এবাৰ পৰিষ্কাৰ কৰে!

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## এমিলি ডিকিনচন (১৮৩০-১৮৮৬)

আমেৰিকাৰ মাছাচুছেট্‌ছ প্ৰদেশৰ আমহাৰ্ষ্ট চহৰত জন্ম হোৱা এইগৰাকী কবিয়ে গোটেই জীৱন কটাইছিল ঘৰৰ চাৰি বেৰৰ ভিতৰতে। তেওঁৰ কবিতাবোৰ পঢ়ি এনে লাগে যেন সেইবোৰ তেওঁ মৃত্যুৰ পিছতহে লিখিছিল! সৰল আৰু সুন্দৰৰ অনন্য দৃষ্টান্তস্বৰূপ, তেওঁৰ কবিতা পঢ়ি পঢ়ুৱৈৰ মনলৈ এনে ভাব আহিব পাৰে— জীৱন আৰু মৃত্যুৰ ভিতৰত কোনটো বেছি সুন্দৰ? জীৱনকালতে তেওঁ প্ৰতিভাৰ বলত দুখন পৃথিৱীত বাস কৰিব পৰা বিৰল কৃতিত্ব আৰ্জি নিজৰ খিয়াতিক স্থায়িত্ব দিয়াৰ লগতে কবিতাকো অমৰ কৰি গৈছে। তেওঁৰ কবিতাবোৰ মৃত্যুৰ পিছতহে প্ৰকাশ হৈছিল যদিও তাৰেই তেওঁ আমেৰিকাৰ কবি সমাজৰ মহীৰূহৰ স্বীকৃতিৰে যাউতিযুগীয়া হৈ ৰৈছে।

### মই নিনাও, তুমি কোন?

মই নিনাও, তুমি কোন
তুমিও নিনাও নেকি
সেয়ে হ'লে আমি এটা যোৰাই পাতিলো
নক'বা তেওঁলোকে বিজ্ঞাপন দি দিব পাৰে
কোনোবা এজন হ'ব পৰাটো বৰ বিৰক্তিকৰ
জুন মাহৰ দিনৰ দিনটো
পিটনিৰ প্ৰশংসা শুনি
ভেকুলীৰ দৰে নিজৰ নামটোকে
ৰজনজনাই কোৱা।

অনুবাদ ঃ ডঃ আনন্দ বৰমুদৈ



### মগজুৰ ভিতৰত এটা শৱ সৎকাৰৰ অনুভৱ কৰিলোঁ

শোক পালন কৰা সকলে ইফাল-সিফাল কৰি আছে
পদ চালনা কৰি আছে কৰি আছে শেষত এনে লাগিল
যেন বোধোদয় হ'ল
তেওঁলোক সকলো যেতিয়া বহিলে
ধৰ্মীয় অনুষ্ঠান আৰম্ভ হ'ল, ড্ৰাম বজোৱাৰ দৰে

বাজি আছে বাজি আছে মন যেতিয়ালৈকে
অৱশ হোৱা নাছিল।
তেতিয়া মই গম পালোঁ তেওঁলোকে বাকচ এটা পাতিছে
আৰু মোৰ আত্মাৰ ওপৰেৰে কৰ্কশভাৱে পাৰ কৰিছে
একেই সীহখটোৱা জোতাৰ খট্‌খটনি
পিছত স্থান ক্ৰমে বিলীয়মান হ'ল
আকাশখনেই হৈ পৰিল ঘণ্টাধ্বনি
কেৱল মাত্ৰ কাণ এখন হৈ
মই আৰু নিৰ্জনতা এক অদ্ভুত দৌৰত নামি
বিধ্বস্ত হ'লো, অকলে, ইয়াত
তেতিয়া যুক্তিৰ আধাৰ পাটছটা ভাগি গ'ল
মই পৰি গ'লো তললৈ গৈ গৈ
পৃথিৱী একোখনত খুন্দা মাৰিলোঁ
আৰু প্ৰতিটো পতনৰ অন্তত
জ্ঞান আহৰণ শেষ কৰিলোঁ তেতিয়া

অনুবাদ ঃ ডঃ আনন্দ বৰমুদৈ

### পদপথেদি চৰাই এজনী দেও দি আহিছিল

পদপথেদি চৰাই এজনী দেও দি আহিছিল
মই চাই থকাটো তাই গম পোৱাই নাই
খোঁট মাৰি কেঁচু এডাল দুডোখৰ কৰিলে
আৰু বেচেৰাক কেঁচাই খালে।
সুবিধাজনক ঘাঁহৰপৰা

পিছত নিয়ৰ টোপাল এটা খালে
গুবৰুৱা এটাক যাবলৈ বাট এৰি দিলে।
পিছত দেও দি দি গৈ দেৱালৰ কাষ পালে।
দ্ৰুতগতিত তাই চকুহাল লৰালে-চৰালে
বাহিৰলৈ খৰ-ধৰ কৰি চালে
মোৰ ভাৱ হ'ল তাই ভয় খাইছে
লাহেকৈ তাই মিহি মূৰটো লৰালে।
বিপদত পৰাজনৰ দৰে তাই সাৱধানী হ'ল
মই তাইক রুটিৰ সৰু টুকুৰা এটা দিলো
তাই ডেউকা মেলি দিলে
আলফুলে নাও বাই ঘৰলৈ গ'ল।
বৰ আলফুলে বঠাই দুভাগ কৰা সাগৰতকৈও
সীয়নিতকৈও ৰূপালী ৰঙৰ
স্থান আৰু কালৰ সীমা অতিক্ৰমি
পখিলা দেও দি দি আহে পানী নিছিটিকে

অনুবাদ ঃ ডঃ আনন্দ বৰমুদৈ

## উদ্দাম ৰাতিবোৰ উদ্দাম ৰাতিবোৰ

উদ্দাম ৰাতি উদ্দাম ৰাতি
মই থাকিলোঁহেঁতেন যদি তোমাৰ লগত
উদ্দাম ৰাতিবোৰ হ'লহেঁতেন আমাৰ বিলাসিতা,
বন্দৰত থকাজনৰ বাবে
বতাহৰ একো অৰ্থ নাই
কম্পাছৰ সকলো কাম শেষ
চাৰ্টৰ সকলো কাম শেষ।
ইডেনত নাও বাই যোৱা
আঃ সেই সমুদ্ৰ,
তোমাৰ বুকুত যদি আজি ৰাতি মই
নাও বান্ধিব পাৰিলোঁহেঁতেন

অনুবাদ ঃ ডঃ আনন্দ বৰমুদৈ



## যাতনা – আছে এক উকা উপাদান

যাতনা -- আছে এক উকা উপাদান
ই নোৱাৰে সুমৰিব
ইয়াৰ সূচনাকাল -- বা আছিলনে এক সময়
ই যেতিয়া নাছিল --

ইয়াৰ কোনো ভৱিষ্যত নাই -- পিছে নিজে নিজে --
ইয়াৰ অসীমে ধাৰণ কৰে
ইয়াৰ অতীত --প্ৰাজ্ঞ যি আদৰিবৰ বাবে
নতুন পক্ষ -- যাতনাৰ।

অনুবাদ ঃ অনুভৱ তুলসী

## শব্দৰ মৃত্যু ঘটে

কেনোৱে কয়,
শব্দৰ মৃত্যু ঘটে
উচ্চাৰিত হ'লেই।

মই কওঁ, তেতিয়া
মাথোঁ সূচনাহে হয়
তাৰ জীৱনৰ।

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## খিয়াতি এক মৌমাখি

খিয়াতি এক মৌমাখি।
ইয়াৰ আছে এটা গান --
আছে এডাল শুং
ওঁ, এযোৰ ডেউকাও আছে ।

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## এডগাৰ লী মাষ্টাৰ্ছ (১৮৬৮-১৯৬০)

কানচাছৰ গাৰ্নেট নামে ঠাইত জন্ম, স্পুন নৈৰ পাৰৰ পিটাৰ্ছবাৰ্গ, লেউইছটাউনত ডাঙৰ-দীঘল হোৱা কবিজনৰ কবিতাত সৰু চহৰৰ জীৱন চিত্ৰিত হৈছিল।

### এলেকজেণ্ডাৰ থ্ৰ'কম'র্টন

যৌৱন কালত মোৰ পাখি আছিল
দৃঢ় আৰু অক্লান্ত
কিন্তু তেতিয়া মোৰ পৰ্বতৰ জ্ঞান নাছিল
বয়স হ'লত যেতিয়া মই পৰ্বত দেখিলোঁ
মোৰ ক্লান্ত ডেউকা অসমৰ্থ
মোৰ দৃষ্টি অনুসৰণ কৰিবলৈ
প্ৰজ্ঞা আৰু যৌৱন মানেই প্ৰতিভা।

অনুবাদ ঃ ডঃ ধ্ৰুৱজ্যোতি দাস

### এইশ্ব শ্ব'

মই কোনো তফাৎ নেদেখোঁ
ধনৰ বাবে তাচ খেলা
আৰু জমিদাৰী বিক্ৰী কৰা
ওকালতি কৰা, মহাজনী কৰা
অথবা অন্য কিবা কৰা
সকলো মাথোন ঘটনাচক্ৰ
তথাপি
তোমাক ব্যৱসায়ত পৰিশ্ৰমী বুলি ভাবোঁ
যি ৰজাৰ আগত থিয় হ'ব পাৰে।

অনুবাদ ঃ ডঃ ধ্ৰুৱজ্যোতি দাস



## এডউইন আৰলিংটন ৰবিনছন (১৮৬৯-১৯৩৫)

জন্ম মেইনৰ হেড টেইডত, তেওঁলোকৰ পৰিয়াল স্থানান্তৰিত হৈছিল গাৰ্ডিনাৰলৈ, যাক টিলবাৰী টাউন হিচাপে নামাংকিত কৰা হৈছিল। তেওঁৰ প্ৰথম কবিতাপুথি প্ৰকাশ কৰিছিল নিজে, ১৮৯৬ চনত। তিনিবাৰকৈ পুলিৎজাৰ বঁটা পোৱা এইজন লেখকে চাৰিবাৰকৈ ন'বেল মনোনয়নো পাইছিল।

### প্ৰিয় বন্ধুসকল

প্ৰিয় বন্ধুসকল মোৰ কামৰ কাৰণে মোক নিন্দা নকৰিবা,
উপদেশ নিদিবা, আৰু পুতৌ নকৰিবা, আৰু নক'বা
যে মূৰ্খৰ দৰে শূন্য-গুটি কামৰ কাৰণেই
মই মোৰ আধা জীৱন অপচয় কৰিলোঁ।
আৰু মোৰ বেলুনবোৰ যদি তোমালোকৰ কাৰণে বেছি সৰু হয়
নিজে ডাঙৰকৈ ফুলোৱা: দিনৰ খণ্ডিত সময়
পূৰ্ণ কৰিবলৈ যি খেল আমি খেলিয়েই থাকোঁ,
ভাল চশমাই তাৰ মাজেদিয়েই অন্তৰ পৰশিব লাগে।
আৰু যিয়ে তেনেকৈ পঢ়ে কিছু চতুৰ কৌশল গোটাব পাৰে:
আৰু অনৰ্থক পৰিহাস সমৰ্পণ কিছুমান,
বাধ্য কৰে যিয়ে প্ৰশংসা কৰিবলৈ যাক লৈ তেওঁ আচলতে দুঃখিত:
গতিকে, বন্ধুসকল (প্ৰিয় বন্ধুসকল), যদি বিচৰা,
গান গোৱাৰ কাৰণে যি নিন্দা পাওঁ সকলো মোৰ,
সপোন দেখাৰ কাৰণে যি স্বৰ্ণ হেৰুৱাওঁ সকলো তোমলোকৰ।

অনুবাদ ঃ কৌশিক বাস্যস

## কৰ্ম

তেতিয়া আছিল বৰদিনৰ বতৰ আৰু তেওঁৰ লগত
সকলো ঠিকে আছিল, ঈশ্বৰৰ নানা ৰূপৰ মাজত
আউল লগোৱা কিছু ভুলৰ বাহিৰে। কাৰণ
তেওঁৰ এজন বন্ধুৰে আৰু কেতিয়াও নিকিনিব বা নেবেচিব,
বন্ধুৰ গাত পৰা কুঠাৰৰ উত্তৰ কি তেওঁ দিব লাগিব?
তেওঁ ভাবিছিল: আৰু ইয়াৰ কাৰণ আছিল,
বোধহয়, মোচকোছা আৰু ঘণ্টাটোৰ সতে
লাহে লাহে নিঠৰ হোৱা কিনাৰৰ সেই চাণ্টাক্লজটো।
এক ক্ষণিক অনুভূতিৰ কথা উপলব্ধি কৰি,
তেওঁ চিন্তাক প্ৰসাৰিত কৰিছিল আৰু বিচাৰিছিল,
তেওঁ ধ্বংস কৰা বন্ধুজন পুনৰ উভতি আহক।
সেই বিষয়েও নিশ্চিত নহৈ, তেওঁ এটা আপোচ কৰিছিল
যীশুৰ নামত অন্তৰৰপৰা এটা টকা দান কৰিছিল
কাৰণ মানুহৰ কাৰণেই তেওঁ মৃত্যুবৰণ কৰিছিল।

অনুবাদ ঃ কৌশিক বাস্যস

## ৰিচাৰ্ড ক'ৰি

ৰিচাৰ্ড ক'ৰি যেতিয়া নগৰলৈ গৈছিল,
আমি ৰাস্তাত থকাবোৰে ৰ লাগি চাইছিলোঁ;
তেওঁ আছিল এজন ভদ্ৰলোক
ভৰিৰপৰা মূৰলৈকে,
চিকুণ আৰু ৰজাৰ দৰে ক্ষীণ।

তেওঁৰ সাজ-পাৰ সাধাৰণ আছিল,
মানৱীয়তাৰে কথা কৈছিল,
কিন্তু তথাপিও তেওঁৰ মুখৰ 'সুপ্ৰভাত'এ
মানুহক আলোড়িত কৰিছিল, খোজ কাঢ়োতে
তেওঁ উজলি উঠিছিল।

আৰু তেওঁ ধনী আছিল - হয়, ৰজাতকৈও ধনী -
আৰু প্ৰতিটো অনুগ্ৰহতে সুদীক্ষিত:
মুঠতে আমাক তেওঁৰ ঠাইত
কল্পনা কৰিবলৈ ইচ্ছা জগাব পৰাকৈ
তেওঁ সকলো আছিল।

আৰু তেনেকৈয়ে আমি কাম কৰিছিলোঁ, আৰু পোহৰৰ বাবে বাট চাইছিলোঁ
মাংস নোখোৱাকৈ আছিলোঁ আৰু ৰুটিক গালি পাৰিছিলোঁ;
আৰু এদিন শান্ত গ্ৰীষ্মৰ ৰাতি, ৰিচাৰ্ড ক'ৰি
ঘৰলৈ গৈছিল আৰু তেওঁৰ মূৰৰ ভিতৰেদি
এটা গুলী ভৰাই দিছিল।

অনুবাদ ঃ কৌশিক বাস্যস

## ক'লা পাহাৰবোৰ

পশ্চিমৰ ক'লা পাহাৰবোৰত সন্ধিয়া
সূৰ্যাস্ত সোণালী শিঙাৰ শব্দ হৈ উৰি ফুৰে,
যিয়ে নিচুকাই সমাধিস্থ কৰিছিল
সৈনিকৰ বুঢ়া হাড়বোৰ;
জয়ৰ নিচানবিলাকৰপৰা যি এতিয়া বহু দূৰত
য'ত সূৰ্যপুত্ৰবোৰ উজলি উঠে,
তুমি হেৰাই যোৱা - যেন হেৰায়
শেষৰ দিনবোৰ, আৰু সকলো যুদ্ধৰ অন্ত পৰে।

অনুবাদ ঃ কৌশিক বাস্যস

## পাহাৰৰ ঘৰটো

তেওঁলোক সকলো আঁতৰি গৈছে,
ঘৰটো এতিয়া বন্ধ আৰু নিথৰ,
আৰু একো ক'বলগীয়া নাই।

ভগ্ন দেৱাল আৰু ধূসৰতাৰ মাজেৰে

চেঁচা সিৰসিৰিয়া বতাহ বলিছে:
তেওঁলোক সকলো আঁতৰি গৈছে।

তেওঁলোকক ভাল-বেয়া ক'বলৈও
এতিয়া তাত কোনো নাই:
আৰু একো ক'বলগীয়া নাই।

তথাপিও কিয় আমি তাঁতবাটি কাঢ়োঁ
লেৰেলা শলখাৰ চাৰিওপিনে?

তেওঁলোক আঁতৰি গৈছে,

হায় আমাৰ মনে সজা খেলা
কেৱল পেলনীয়া অৰ্হতা:
আৰু একো ক'বলগীয়া নাই।

পাহাৰৰ ঘৰটোত আছে কেৱল
ক্ষয় আৰু ধ্বংস:
তেওঁলোক আঁতৰ হৈছে

আৰু একো ক'বলগীয়া নাই।

অনুবাদ ঃ কৌশিক বাস্যস



## ষ্টিফেন ক্ৰেন (১৮৭১-১৯০০)

নিউজাৰ্ছীৰ নেবাৰ্কত জন্ম। গৃহযুদ্ধৰ সাক্ষীৰূপে ১৮৮৫ চনত লিখা উপন্যাস *দ্য ৰেড বেজ অব্ কাৰেজ*ৰ বাবে চৰ্চালৈ আহে। তেওঁৰ কবিতা যেন ভয়াৰ্ত, ত্ৰাসিত মানুহৰ ব্যথাভৰা গান, যিয়ে বিচাৰি ফুৰে নিঠুৰ জগত এখনত সপোনৰ অৰ্থ।

### এই বিশাল পৃথিৱীখন যদি আঁতৰি যায়গৈ

ভয়ত পেপুৱা লগাই
অন্তহীন এন্ধাৰ বিয়পাই
এই বিশাল পৃথিৱীখন যদি আঁতৰি যায়গৈ
ঈশ্বৰ, মানুহ অথবা থিয় দি ৰ'বলৈ ঠাই এডুখৰিও
মোৰ বাবে নহ'ব প্ৰয়োজন
তুমি আৰু তোমাৰ নিৰ্দোষ দুবাহু থকালৈকে যে
মহাপ্ৰলয়ৰ বুকুত হেৰাবলৈ কত দূৰ?

অনুবাদ ঃ ডঃ প্ৰাণজিৎ বৰা

### সৌৰা চোৰা, কোনো এক অসজ ব্যক্তিৰ সমাধি

সৌৰা চোৰা, কোনা এক অসজ ব্যক্তিৰ সমাধি
আৰু কাযতে পাযাণ এক প্ৰেত
এথোপা ভায়'লেট ফুল লৈ তালৈ যোৱা
বিমৰ্ষ ছোৱালীজনীৰ বাহুত খামুচি ধৰিলে প্ৰেতটোৱে
'তাৰ বাবে ফুলৰ নাই কোনো প্ৰয়োজন', সি ক'লে
ছোৱালীজনীয়ে চকুলো টুকিলে—
'মই যে তেওঁক ভাল পাইছিলোঁ'

প্ৰেতটোৱে তাইলৈ ঘোপাকৈ চাই আকৌ ক'লে,
'নালাগে তাৰ বাবে ফুল'।

এতিয়া কথাটো হ'ল—
প্ৰেতটো যদি শুদ্ধই আছিল
কিয় চকুলো টুকিছিল ছোৱালীজনীয়ে?

অনুবাদ ঃ ডঃ প্ৰাণজিৎ বৰা

## মৰুভূমিত

মৰুভূমিত মই দেখিছিলোঁ
নাঙঠ পশুৱৎ এক প্ৰাণী
যি দুহাতত নিজৰ অন্তৰখন লৈ
মাটিত লেপেটা কাঢ়ি বহি আছিল
সেইখন খাই আছিল
মই সুধিছিলোঁ, 'খাবলৈ কেনেকুৱা, বন্ধু?'
'তিতা— তিতা—' সি উত্তৰ দিছিল।

'কিন্তু মই খাই ভাল পাইছোঁ
খাই তিতা লাগিছে সঁচা
কিন্তু ভাল লাগিছে এইবাবেই যে এইখন মোৰেই অন্তৰ।'

অনুবাদ ঃ ডঃ প্ৰাণজিৎ বৰা

## দিগন্ত ধিয়াই দৌৰি থকা মানুহ এজনক

দিগন্ত ধিয়াই দৌৰি থকা মানুহ এজনক
মই দেখা পাইছিলোঁ
সেইদৰে ধাৱমান মানুহজনক দেখি
মোৰ বিৰক্তি লাগিছিল, মই তেওঁক ক'লোঁ,
'এয়া যে পণ্ড শ্ৰম
আপুনি কোনোদিনেই ঢুকি— '
'মিছা কথা', তেওঁ চিঞৰি ক'লে
আৰু দৌৰি থাকিল

অনুবাদ ঃ ডঃ প্ৰাণজিৎ বৰা



## এজন মানুহে ব্ৰহ্মাণ্ডখনক কৈছিল

এজন মানুহে ব্ৰহ্মাণ্ডখনক কৈছিল
'মহাশয়, মই আছোঁ।'
ব্ৰহ্মাণ্ডখনে উত্তৰ দিছিল,
'এই সত্যই পিছে মোৰ মাজত
তোমালৈ বুলি কোনো দায়িত্ববোধৰে সৃষ্টি কৰা নাই।'

অনুবাদ ঃ ডঃ প্ৰাণজিৎ বৰা

## পল লৰেন্স ডানবাৰ (১৮৭২-১৯০৬)

কৃষ্ণাঙ্গ কাব্য সাহিত্যৰ এগৰাকী যোগ্য প্ৰতিনিধি। আমেৰিকাৰ অ'হাইঅ' চহৰত জন্মগ্ৰহণ কৰা ডানবাৰৰ পিতৃ-মাতৃয়ে গৃহযুদ্ধৰ পূৰ্বে দাস হিচাপে জীৱন নিৰ্বাহ কৰিছিল। সেয়ে তেওঁৰ কবিতাত কৃষ্ণাঙ্গ সমাজৰ চিত্ৰণ ফুটি উঠা দেখা যায়।

### বাছনি

গভীৰ ধৰ্মীয় অনুষংগ উৎসাৰিত
উৎসৱৰ গানবোৰে
মোক মুঠেই তৃপ্ত নকৰে
যদিও পৃথিৱীয়ে নিজৰ ভুল-ক্ৰটিবোৰ
মন কৰা উচিত
পিছে কবিতাই মোক কেৱল
ৰুগ্ন মানৱতাৰ ভেষজৰ সন্ধান নিদিয়ে
কবিতাত মই পান কৰোঁ
এটা গীতৰ গুণগুণনিৰ সুমধুৰ ৰাগী
অথবা
সুধাপাত্ৰত নিয়ৰ এটোপালৰ সোণালী নিচা

অনুবাদ ঃ ডঃ ধ্ৰুৱজ্যোতি দাস

### তেওঁৰ এটা সপোন আছিল

তেওঁৰ এটা সপোন আছিল
কঠোৰ শ্ৰম আৰু দ্বন্দ্বৰ মাজেৰে
জীৱনজুৰি তেওঁ তাক প্ৰতিপালন কৰিছিল



প্ৰতিপলে সি তেওঁৰ দৃষ্টিত দোলা দি ৰৈছিল
তেওঁৰ বাবে সি আকাশত ৰং সানি দিছিল
তেওঁৰ মেঘ-কাজল ছালত
শান্ত অযুত নীলাৰ সৌধৰ আশাৰ বৰ্ণচ্ছটা
যিয়ে বিকীৰিত ৰশ্মিমালা ৰঙীন কৰি তুলিছিল
তেওঁ কঠোৰ শ্ৰম কৰিছিল
আৰু অৱশেষত বিফল হৈছিল
ক্ৰোধান্বিত ধুমুহাই ছিৰাছিৰ কৰা
তেওঁৰ জাহাজ পথচ্যুত হৈছিল
কিন্তু তেওঁৰ বাবে শংকা কিহৰ—
বতাহ নে সাগৰ,
তেওঁ কৈছিল, 'ধুমুহাৰ উশাহ চুটি হৈ আহিব,
জাহাজ গৈ বন্দৰ পাব'
প্ৰতিচপৰা ডাৱৰৰ জলঙাৰে
তেওঁ এচমকা পোহৰ দেখিছিল
তেওঁৰ এটা সপোন আছিল।

অনুবাদ ঃ ডঃ ধ্ৰুৱজ্যোতি দাস

### আমি একোখন মুখা পিন্ধি থাকো

আমি একোখন মুখা পিন্ধি থাকো
যিয়ে মিছাকৈ হাঁহি থাকে
আৰু মিছা মাতিথাকে
ই আমাৰ লাজ আৰু দুখ ঢাকি ৰাখে
মানুহৰ ছলনাৰ ঋণ আমি এনেদৰেই শুজিব লাগে
ভগ্ন আৰু যন্ত্ৰণাগ্ৰস্ত হৃদয়েৰে আমি হাঁহো
আৰু কথা-বাৰ্তাত অপৰ্যাপ্ত ভদ্ৰতা দেখুৱাওঁ
আমাৰ চকুপানী আৰু হুমুনিয়াহ জুখিবলৈ
পৃথিৱীখনত ইমান সঁজুলি হ'ব লাগেনে
ওহো
যেতিয়া আমি মুখা পিন্ধি থাকো

আমালৈ চাওঁক
আমি হাঁহো,
হে মহান ঈশ্বৰ, আমাৰ চিৎকাৰবোৰ
উৎসাৰিত হয় নির্যাতিত আত্মাৰ পৰা
আমি গীত গাওঁ
কিন্তু পদতলত দূষিত মৃত্তিকা
আৰু যাত্ৰা দূৰণিবটীয়া
পৃথিবীয়ে অন্যভাৱে সপোন দেখক
আমি একোখন মুখা পিন্ধি থাকো।

অনুবাদ ঃ ডঃ ধ্রুৱজ্যোতি দাস

## উষাকাল

শুভ্ৰ পোছাক পৰিহিত
সৰগৰ দেৱদূতে
নিদ্ৰামগ্ন ৰাতিক চুমা যাচে
ৰাতি সাৰ পায়
আৰু লাজত ৰঙা পৰে
দেৱদুত অদৃশ্য হয়,
মানুহে দেখে সেই লাজৰ আভা
আৰু কয়, সেয়াই উষাকাল।

অনুবাদ ঃ ডঃ ধ্রুৱজ্যোতি দাস



## এমি ল'ৱেল (১৮৭৪-১৯২৫)

বেপৰোৱা, বিতর্কিত নাৰী। ১৯১৩ চনত এজ্‌ৰা পাউণ্ডৰ ইমেজিষ্ট গোটত ভৰ্তি। 'নতুন কবিতা'ৰ উগ্ৰ সমৰ্থক। কবি কীট্‌ছৰ জীৱনী লেখা প্ৰথম আমেৰিকান।

### বায়ুপক্ষীয়ে দক্ষিণ দিশত টোৱাইছে

তোমাৰ পাতবোৰ মই নিলগাই থৈছো
এটা এটাকৈ
ঠৰঙা, বহল বাহ্যিকখিনি,
ক্ষুদ্ৰবোৰো
চুবলৈ ভাল শিৰা বেঙুনীয়া,
ৰহা ভিতৰুৱা পাতবোৰ এটা এটাকৈ
তোমাৰ পাত তোমাৰ পৰাই
দিও আঁতৰাই
তেতিয়া যেতিয়া তুমি বগা ফুল হৈ
সন্ধিয়াৰ মলয়াত হালিছা অলপকৈ

অনুবাদ ঃ ডঃ বিভাস চৌধুৰী

### প্ৰেমিক

পৰাহেঁতেন ধৰিব জোনাকীপৰুৱাটোৰ সেউজ
বন্তি
দৃষ্টি পাই লেখিলোহেঁতেন তোমালৈ চিঠি

অনুবাদ ঃ ডঃ বিভাস চৌধুৰী

## দশক

তুমি আহোতে সেই ৰঙীন সুৰা আৰু মৌৰ দৰেই আছিলা
মোৰ মুখ জ্বলিছিল তোমাৰ সোৱাদৰ কি মাধুৰ্য
এতিয়া তুমি পুৰাৰ ৰুটিৰ দৰে
মিহি আৰু সন্তুষ্টিৰে পৰিপূৰ্ণ
তোমাৰ জুতি এতিয়া লোৱাই নহয়, চিনাকি সোৱাদ যে
তথাপি মই সঁচাকৈয়ে পৰিপুষ্ট

অনুবাদ ঃ ডঃ বিভাস চৌধুৰী



## গাৰ্ট্ৰ্যুড ষ্টেইন (১৮৭৪-১৯৪৬)

পেন্‌ছিল্‌ভেনিয়াৰ এলেঘেনীত জন্ম, বিত্তবান জাৰ্মান ইহুদী পিতৃ-মাতৃৰ সন্তান। ১৯০৩ চনৰপৰা পেৰিছত থাকিবলৈ লয় আৰু তেওঁৰ ২৭ ৰু দি ফ্লাৰাৰ্ছৰ বাসস্থান আন্তৰ্জাতিক অগ্ৰগামী লেখক-শিল্পীৰ মিলনস্থল হৈ পৰে। পিকাছ', মাটিছ, এজ্‌ৰা পাউণ্ড, হেমিংৱে, স্কট ফিজ্জাৰেল্ড আদিৰ আহ-যাহ চলে। পিকাছ'ৰ পৃষ্ঠপোষক হিচাপেও জনাজাত হৈ পৰে। তেওঁৰ *দ্য অট'বায়'গ্ৰাফী অব্‌ এলিচ বি টেকলাছ* পুথিখন বেষ্টছেলাৰ হৈ পৰে।

### কন্যা

কিয় শান্তিত আছে পৃথিৱী।
হয়তো অলপ আচৰিত কৰি তুলিব আপোনাক
কিন্তু যেতিয়া বুজি পাব কিমান সহজে শ্ৰীমতী
চাৰ্লচ বিয়ানকোৱে আমেৰিকান
কোটিপতিসকলক বেচে আমেৰিকান
চিত্ৰকৰ সকলৰ শিল্পকৰ্ম আপুনি মানি ল'ব যে
ৰেহাই পাবলৈও অসহায় গৰাকীসকল। মোক
এটা কাহিনী ক'বলৈ দিয়ক। এজন চিত্ৰকৰে
এগৰাকী মহিলাক ভাল পাইছিল। এজন
সংগীতজ্ঞই গান গোৱা নাছিল। এজন দক্ষিণ
আফ্ৰিকাৰ মানুহে কিতাপ ভাল পাইছিল।
এগৰাকী আমেৰিকান আছিল এগৰাকী মহিলা
আৰু সহায়ৰ প্ৰয়োজন আছিল।
আমেৰিকানসকল কি একেই উমনি দিয়া
যন্ত্ৰবোৰৰ দৰে। কিন্তু এয়াই কাহিনীটোৰ
পাছৰছোৱা। তেওঁ হৈ পৰিছিল এক গৰাকী।

অনুবাদ ঃ ডঃ বিজয় শংকৰ বৰ্মন

## আমেৰিকা

ইংৰাজীত এবাৰ তেওঁলোকে কৈছিল
আমেৰিকা। এয়া ইংৰাজীয়েই আছিলনে
তেওঁলোকৰ বাবে।
এবাৰ তেওঁলোকে কৈছিল বেলজিয়ান।
কুঁৱলি আমাৰ ভাল লাগে।
বতৰৰ বাবেনে তোমালোক।
সাহসীনে আমি।
জাতীয় বৰণ আছেনে আমাৰ।
খাবৈত পাৰোঁনে খোপনি ৰাখিব আমি।
একেলগে পাতোঁনে কথা আমি।
ৰঙা ক্ৰছ আছেনে আমাৰ।
এক বৃহৎ সংখ্যক মানুহে ভৰিবোৰৰ কথা কয়।
আৰু মোজাবোৰ।

অনুবাদ ঃ ডঃ বিজয় শংকৰ বৰ্মন



## এদেলেদ ক্ৰেপ্সী (১৮৭৮-১৯১১)

স্মিথ কলেজৰ অধ্যাপক এইগৰাকী কবি 'চিনকুৱেন' (প্ৰথম চাৰিশাৰীত প্ৰত্যাশাৰ অবতাৰণা আৰু শেষ শাৰীত সংক্ষিপ্ত যৱনিকাৰ উপস্থাপন এই কবিতাৰ বিশেষত্ব) নামৰ পাঁচশৰীয়া কবিতাৰ প্ৰৱৰ্তক, মগজুৰ যক্ষ্মা ৰোগাক্ৰান্ত, অকালতে জীৱনৰ সমাপ্তি।

### আশ্চৰ্য্য

জানো জানো
মোৰ হাত নহয় এয়া
অথচ ভাব হয়, আছিল কেতিয়াবা
মোৰ দৰে নাৰী, হাত আছিল যাৰ
এনেকুৱা

অনুবাদ ঃ ডঃ বিভাস চৌধুৰী

### আবদ্ধ

এই ধৰা
দিনবোৰ, এটা আনটোৰ পিছত
কৰে যে গতি, আৰু সেই ভাগৰুৱা বছৰ
এটাৰ পিছত আনটো ... আৰু সৰ্বত্ৰ কাল
দিন আৰু বছৰবোৰ ...ধৰিব পাৰিছা ?

অনুবাদ ঃ ডঃ বিভাস চৌধুৰী

## চুজানা আৰু বয়োজ্যেষ্ঠ সকল

'কিয় বাৰু
তাইৰ বিৰুদ্ধে
কপটতাৰ এই খেল?' 'তাই যে
ধুনীয়া, সুকোমল
সেয়ে।'

অনুবাদ ঃ ডঃ বিভাস চৌধুৰী

## ত্ৰিপদী

এয়া হ'ব
তিনি মৌন
সৰি থকা হিম ... দোকমোকৰ
ঠিক আগৰ লগন ... মাহটো এজনৰ
সদ্য মৃত

অনুবাদ ঃ অনুভৱ তুলসী



## ৱালেছ ষ্টিভেন্স (১৮৭৯-১৯৫৫)

আমেৰিকান কবি ৱালেছ ষ্টিভেন্সে হাৰ্টফ'ৰ্ডত ইঞ্চিওৰেঞ্চ ফাৰ্মত যোগদান কৰাৰ পূৰ্বে নিউইয়ৰ্ক চিটীত আইনৰ চৰ্চা কৰিছিল।১৯৩২ চনত প্ৰকাশিত *ইন হাৰ্ম নিয়াম* শীৰ্ষক কবিতা সংকলনত তেওঁৰ সৃষ্টিশীল জীৱন অধিকাৰ কৰি থকা বিষয়সমূহৰ পাতনি তৰিছে আৰু তেওঁৰ চিন্তাসমূহ একীভূত কৰিছে। পিছৰ সংকলনসমূহত এই বিষয়বোৰ অধিক গভীৰতা আৰু বলিষ্ঠতাৰে ফুটাই তুলিছে। ১৯৫৫ চনত *কালেক্টেড পোয়েমছৰ* বাবে তেওঁ পুলিৎজাৰ বঁটা লাভ কৰিছিল।

## এজন সৈনিকৰ মৃত্যু

জীৱন সংকুচিত হৈছে আৰু মৃত্যু প্ৰত্যাশিত
শৰতত যিদৰে
সৈনিকজন পৰে।

তেওঁ তিনিদিনৰ ব্যক্তি নহয়।
তেওঁৰ চিৰ-বিদায় জাপি দি,
আড়ম্বৰ বিচাৰি।

মৃত্যু পৰম আৰু স্মাৰক অবিহনে,
শৰতত যেনেদৰে,
যেতিয়া বতাহ থমকি ৰয়

যেতিয়া বতাহ থমকি ৰয়
তথাপিও মেঘ যায়
সিহঁতৰ নিজৰ দিশত
স্বৰ্গৰ ওপৰেৰে।

অনুবাদ ঃ ডঃ এম কামালুদ্দিন আহমেদ

## আইচক্ৰীমৰ সম্ৰাট

ডাঙৰ চুৰট পকোৱাজনক মাত
পেশীবহুলটো, আৰু তাক আদেশ কৰ
মথন কৰিবলৈ
পাকঘৰৰ কাপৰ অতি লোভনীয় দৈৰ খমা।
তেনে সাজেৰে ৰচকী তিৰোতাবোৰক অলস হৈ থাকিবলৈ দিয়া
যিহেতু সিহঁত তেনে সাজ-সজ্জাত অভ্যস্ত, আৰু ল'ৰাবোৰক
যোৱামাহৰ বাতৰি কাকতত মেৰিয়াই ফুল আনিবলৈ দিয়া
হ'বলৈ দিয়া উপসংহাৰৰ ফাকটি
বাদছাহ বুলিবলৈ আইচক্ৰীমৰ বাদছাহজনাহে।
সুকাঠী কাঠৰ চন্দুকৰ পৰা আনা অপৰ্যাপ্ত বস্তু,
আইনাৰ তিনিটা টুপী নথকাটোৰ পৰা, সেই বিছনা চাদৰখন
য'ত তাই এবাৰ নক্সা তুলিছিল
আৰু তাইৰ মুখখন ঢাকিবলৈ এবাৰ মেলি দিছিল।
শিঙৰ দৰে টান তাইৰ ভৰি দুখন ওলাই থাকে, সেই দুখন আহে
তাই কিমান শীতল আৰু বোবাৰ প্ৰমাণ হিচাপ।
চাকিটোৱে নিজৰ জ্যোতিৰেখা নিজেই ঠিক কৰি ল'বলৈ দিয়া
আইচক্ৰীমৰ বাদছাহ জনাহে বাদছাহ।

অনুবাদ ঃ ডঃ এম কামালুদ্দিন আহমেদ

## দহবজাৰ নিৰাসক্তি

ঘৰবোৰত বগা নাইট গাউনবোৰৰ
ভূত ওলায়
কোনোটোৱেই সেউজীয়া নহয়,
অথবা সেউজীয়া আঙুঠিৰে বেঙুনীয়া,
অথবা হালধীয়া আঙুঠিৰে সেউজীয়া,
অথবা নীলা আঙুঠিৰে হালধীয়া,
সিহঁতৰ এটাও আচহুৱা নহয়,
ফিটাযুক্ত মোজাৰে
আৰু মণিময় কমৰবন্ধনীৰে



মানুহবোৰে নেদেখে
বেবুন বান্দৰ আৰু নয়নতৰাৰ সপোন।
মাথোঁ, ইয়াত আৰু তাত, এজন বুঢ়া নাবিক,
বুট পৰিহিত, নিচাগ্ৰস্ত আৰু নিদ্ৰিত
বাঘ ধৰে
ৰঙা বতৰত।

অনুবাদ ঃ ডঃ এম কামালুদ্দিন আহমেদ

## শৰতৰ সংযম

গধূলিৰ চিঞৰ-বাখৰ মাৰ গ'ল
কথা শিকা চৰাইবোৰো গ'ল আৰু সূৰ্যৰ শোক,
সূৰ্যৰ শোকো গ'ল, ... জোন আৰু জোন
জোখহীন জোখত, মোৰ বাবে এটা চৰাই নহয়
কিন্তু এটা চৰাইৰ নাম আৰু নামহীন বতাহৰ এটা নাম
মই কেতিয়াও - কেতিয়াও শুনিবলৈ নেপাম। আৰু এতিয়াও তলত
ইয়াৰপৰা অহা স্তব্ধতা, তলত প্ৰতিটো বস্তুৰে স্তব্ধতা গ'ল,
আৰু স্তব্ধ হৈ, স্তব্ধ হৈ আৰু স্তব্ধ হৈ বহি, কিবা এটা থাকে
কিছু হৈ চৈ অৱশিষ্ট ৰৈ গৈছে
আৰু উচপিচায় এই ফাকটি নাইটিংগেলৰ
যদিও মই কেতিয়াও - কেতিয়াও নুশুনিম চৰাইটোৰ মাত,
আৰু স্তব্ধতা স্বৰগ্ৰামত, সকলোবোৰৰে
এই জনশূন্যৰ শব্দৰ স্তব্ধতা স্বৰগ্ৰামত।

অনুবাদ ঃ ডঃ এম কামালুদ্দিন আহমেদ

## পালাজৰ হুনত চাহপৰ্ব

কম নহয় কাৰণ বেঙুনীয়া হৈ মই নামি আহিছিলোঁ
পছিমীয়া দিনেৰে তুমি অভিহিত কৰা
নিঃসঙ্গতম বতাহ বুলি, মই নিজে মোতকৈ কম নাছিলোঁ।

মোৰ দাড়িত কি মলম সনা হৈছিল ?
মোৰ কাণত গুঞ্জৰিত হোৱা এই স্তুতিগীতবোৰ কি আছিল ?

মোৰ মাজেৰে পাৰ হোৱা এই জোৱাৰ-ভাটাৰ সাগৰখন কি আছিল ?

মোৰ মনৰ সুৰুঙাৰে সোণালী মৰম বৰষিছিল
আৰু মোৰ কাণে কাণে শুনা সঞ্চাৰিত স্তুতিবোৰ সিহঁতেই সৃষ্টি কৰিছিল
মই নিজেই আছিলোঁ সেই সাগৰৰ কম্পাছ ঃ

মই আছিলোঁ সেইখন পৃথিৱী য'ত মই খোজ কাঢ়িছিলোঁ, আঃ মই যি দেখিছিলোঁ
অথবা শুনিছিলোঁ বা অনুভৱ কৰিছিলোঁ - সেয়া আহিছিল মোৰ নিজৰপৰা
আৰু তাত মই নিজক পাইছিলোঁ অধিক সঁচাকৈ আৰু অধিক আচহুৱাভাৱে।

অনুবাদ ঃ ডঃ এম কামালুদ্দিন আহমেদ



## এলিন'ৰ ৱাইলী (১৮৮৫-১৯২৮)

আমেৰিকান কবি এলিন'ৰ ৱাইলীৰ কবিতাত সোতৰ শতিকাৰ ইংৰাজ মেটাফিজিকেল কবিসকলৰ লগতে ৰোমাণ্টিক কবি শ্যেলীৰ প্ৰভাৱ দেখা যায়। ৱাইলীৰ কবিতাৰ মুখ্য বৈশিষ্ট্য হ'ল অগতানুগতিক চিত্ৰকল্প আৰু আংগিকৰ প্ৰয়োগ। তেওঁৰ কবিতাত ব্যক্তি জীৱনৰ সুখ-দুখ, প্ৰেম-বন্ধুত্বৰ লগতে সমাজ জীৱনৰ বাস্তৱ উপস্থাপিত হৈছে।

### নৈষ্ঠিকৰ মালিতা

বাৰ্ণিগেটৰ পৰা মোৰ প্ৰেমিকজন আহিছিল,
সাগৰখন তাৰ দুচকুত আছিল ;
মেকুৰীৰ দৰে সি কোমলকৈ খোজ পেলাইছিল
আৰু মোক ভয়ংকৰ মিছা কথা কৈছিল।

নতুনকৈ কটা সৰল গছৰ দৰে তাৰ চুলি আছিল হালধীয়া
কেঁকোৰা আৰু মিহি ;
মই ভাবিছিলোঁ কিযে ৰূপালী তাৰ জিলিকনি
কঠোৰ শীতকো সহি।

কিন্তু সি আছিল বিশবছৰীয়া
যি সময়ৰ কথা মই কৈছোঁ,
ভয় ভয় প্ৰেমৰ ৰাগীত আমি আছিলো আত্মহাৰা
আৰু অৰ্ধ শংকিত প্ৰেমৰ প্ৰতি।

মোৰ চুলিখিনি এটা তামৰ মুকুটত সামৰি
এটা চয়তান জীৱ —
আৰু কাছৰ চলঙৰ কাঁটাবোৰ সৰি পৰিল, সৰি পৰিল,

বসন্তলৈ বুলি সাপটোৱে শৰীৰৰ পাক খুলিলে।

ঘূর্ণিবতাহত খোজকঢ়াত অভ্যস্ত তাৰ দুভৰি
আৰু তাতে ভেজা দি ;
তাৰ মুখখন বিদেশী নাৱৰ দৰে মুগাবৰণীয়া
ৰ'দে পোৰা।

তাৰ দুবাহু হিকৰি কাঠ যেন গোটা
সৰু মণিবন্ধলৈ চঁচা ;
কুকুৰৰ দাঁতৰ দৰে শক্তিশালী
তাৰ হাতৰ মুঠিৰ আঙুলি।

তাৰ দুবাহুত ডুব যাবলৈ মই ভয় খাইছিলো
য'ত সিংহৰ কেশৰ নত হৈছিল,
নীলা চিঞাহীৰে আঁকা ড্ৰেগনে
চেকুৰ দিছিল তাৰ শিৰাই শিৰাই।

ভয়ানক তাৰ শক্তি আৰু দীৰ্ঘ শৰীৰ
ডুবন্ত জাহাজৰ প্ৰতি যেনে হয় সাগৰ ;
তাৰ প্ৰেমত মই আঙুলি জুবুৰিয়াইছিলোঁ
কেৱল আঙুলিৰ আগকেইটা ডুব যোৱাকৈ।

আমাৰ দুহাত কিন্তু আবেগৰ শিখাৰে এক হৈছিল
যি মুহূৰ্ত্তত আমি পৰস্পৰৰ পৰা বিদায় ল'ব খুজিলোঁ
আৰু তাৰ আঙুলিৰ গাঁঠিত মই নিজৰ নাম পঢ়িলোঁ
হৃদয়েৰে খোদিত হোৱা।

আৰু কিহবাই আমাৰ ইচ্ছাবোৰ নত কৰিলে,
বতাহত হালি জালি থকা গছৰ দৰে বন্য ;
আমি আৰু বন্ধু বন্ধু হৈ নেথাকিলো,
আমি কেৱল প্ৰেমিক প্ৰেমিক হ'লোঁ।

সাতোটা সপ্তাহ বা সত্তৰটা বছৰে —
ঈশ্বৰে কৰক যেন ই সোনকালে হয় —



মই তোমাৰ বাবে এখন ৰুমাল সীম
মোৰ জাহাজ মুখীয়ালৰ পালৰ টুকুৰাৰে।

আমাৰ প্ৰেমক বিয়াৰ আঙুঠিৰ দৰে পিন্ধিম
আমাৰ বহু স্পৰ্শত নিমজ ;
আমি কিবাকিবি কামত ব্যস্ত হৈ পৰিম
আৰু একোৰেই আমাক আৰু আমনি নকৰিব।

আৰু তুমি যেতিয়া গাখীৰৰ সৰ কাঢ়িবা
তোমাৰ আঙুঠিটোৱে পাত্ৰটোত ঝনঝননি তুলিব
এটা সপোনৰ আবেশত বুৰ গৈ তুমি নিজকে ক'বা
'কিযে অতুলনীয় এজন মানুহহু'

মই যেতিয়া মাছৰ মূৰটো বাছিম
কটাৰীখনত যেতিয়া মোৰ আঙুঠিটো বাজিব,
নতজানু হৈ প্ৰাৰ্থনাৰ ভংগীত মই ক'ম
'কি সুন্দৰ এজনী ঘৈণীহু'

আৰু বিনয়ী হাতোৰাটো ভাঁজ কৰি সুমুৱাই
মিহি আৰু গভীৰ মখমলত,
মেকুৰী পোৱালীয়ে তাৰ হাতোৰা ঢকাৰ দৰে
টোপনি যাবলৈ আৰু টোপনি আৰু টোপনি।

এটা সৰু পাৰ চৰাইৰ দৰে তুমি মূৰ দোৱাবা
তোমাৰ উজ্জ্বল সতৰ্ক শিৰ
তোমাৰ কপাল মোৰ বাহুৰ ভাঁজত ৰাখিবা
আৰাম ল'বলৈ আৰু আৰাম আৰু আৰাম।

সি বাৰু বাৰ্ণিগেটৰ পৰা কাহানিও নাহিব নেকি
দুয়ো নয়নত মেঘৰ ঢেৰেকনি লৈ,
মেকুৰীৰ দৰে কোমল খোজ পেলাই,
মোক ভয়ংকৰ মিছা কথা ক'বলৈ ?

অনুবাদ ঃ ডঃ অনন্যা হিলৈদাৰী

## সাগৰ নিচুকনি-গীত

বুঢ়া জোনটোত চামনি পৰিছে
বানপানীৰ ধোঁৱাৰ,
মৰি যোৱা পাতবোৰত ৰং লাগিছে
তেজৰ বৰণৰ।

এটা কুটিল হাঁহিৰ গৰাকী
গাখীৰ যেন শুভ্ৰ দাঁত যাৰ ;
এক বৰ্বৰ প্ৰবঞ্চক
ৰেচমী আবৰণেৰে ঢকা।

লুণ্ঠন প্ৰয়াসী সাগৰখন বাঢ়িছে,
চিকাৰৰ ওপৰত তাই জঁপিয়াই পৰিছে,
গাঁওখনৰ শিশু এটাক
আজি হত্যা কৰা হ'ল।

তাই তাৰ ওচৰলৈ আহিছিল
এটা মিহি সোণোৱালী হলৌচোলা পিন্ধি,
তাই তাৰ উশাহ বন্ধ কৰি কোবাই
মৰণৰ মুখলৈ ঠেলি দিছিল, অবাবত।

তাইৰ উজ্জ্বল চুলিকোচাত জঁট বান্ধিছিল,
তাই উল্লাসত চিঞৰিছিল,
এখন হাতেৰে তাই টেঁটু চেপি ধৰিছিল
এটা সবল সৰু ল'ৰাৰ।

এতিয়া নৈঃশব্দ্যত তাই পৰ দি থাকে
তাৰ কাষত ওৰে ৰাতি
তাইৰ দীঘল আঙুলিবোৰ পখালিবলৈ
ৰূপালী জোনাকত।

অনুবাদ ঃ ডঃ অনন্যা হিলৈদাৰী



## বনৰীয়া আহোম বগৰীবোৰ

১

যেতিয়া জগতখন সম্পূৰ্ণ ওলট পালট হৈ যায়
তুমি কোৱা আমি পূবৰ উপকূললৈ গুচি যাম
বাল্টিম'ৰৰ এখন নাৱত উঠি ;
আমি বনৰীয়া আহোম বগৰীৰ মাজত থাকিম, চহৰৰ পৰা বহু মাইল দূৰৈত,
তুমি এটা জন্তুৰ চালৰ টুপী পিন্ধিবা, আৰু মই এটা দীঘল চোলা
ঘৰতে বোৱা, গাঢ় বাদামী সোণালী ৰঙেৰে বোলোৱা।
হেৰাই যোৱা, তোমাৰ পদুম ভক্ষী পূৰ্বপুৰুষৰ দৰে,
আমি গাখীৰ আৰু মৌত সাঁতুৰিম ডুব নোযোৱালৈকে।

শীতবোৰ চুটি হ'ব, গ্ৰীষ্মবোৰ দীঘল,
শৰৎবোৰ জাংফাই ৰঙী, ৰ'দত জলমলীয়া আৰু তপত,
সুৰা আৰু আঙুৰৰ সোৱাদেৰে ;
সকলো ঋতু মিঠা, কিন্তু শৰৎ সৰ্বশ্ৰেষ্ঠ।
ৰূপালী নোমৰ কেঁকেটুৱাবোৰ পৰিব
সৰাপাতৰ দৰে, ফলৰ দৰে, তোমাৰ আঘাতৰ পূৰ্বেই।

২

শৰতৰ কুঁৱলী ঘাঁহত বিয়পি পৰিব
বেঙুনীয়া, মুগা আৰু সোণালী আঙুৰ ফুলৰ দৰে।
কুঁৱলীভৰা দোকমোকালিবোৰ শীতময় হ'ব ;
সৰু পুখুৰীবোৰ কাচৰ চালে ঢাকিব।
বেলিটোৰে তামৰ পৰা পিতললৈ জ্বলি,
আবেলি এইবোৰ গলায়, আৰু ল'ৰাহঁতক খেলায়
সিহঁতৰ গলাবন্ধবোৰ, কোনোমতে সামৰিব পৰাকৈ
শকত জেপবোৰৰ পৰা বাদামবোৰ সৰে সিহঁত যেতিয়া যায়।

আহোম বগৰীবোৰ বনৰীয়া হয়, আৰু গাহৰিবোৰ ঘাঁহত বৰ্তিব পৰা হয় ;
নিমখীয়া হেৰিং মাছৰ পাত্ৰ এটা বছৰ জুৰি শেষ নহয় ;
শীত আৰম্ভ হোৱাৰ আগতেই বসন্ত আহে।

ফেব্ৰুৱাৰীৰ আগে আগে তুমি মোট বিচাৰি পাবা
সাপবোৰৰ
কোঁচখোৰা আৰু খহটা, মৰা-বগা আৰু মেঘ-স্বচ্ছ।

৩
এপ্ৰিলে যেতিয়া চোকোৰা বৰণৰ বৰষুণ আনে
পাহাৰবোৰৰ ওপৰত, যেতিয়া প্ৰতিটো সৰু সুঁতি
চিজাপিকৰ ৰূপালীৰে ভৰি পৰে
মহাসাগৰখন বাঢ়ি মাছৰ জাকটোক ওপচাই তোলে
ষ্ট্ৰবেৰীবোৰ যেতিয়া অনাদৃত হয়, আৰু লাহী
নীলা বগৰীবোৰ চৰাইৰ ঠোঁটত নাচে,
আমি ভালকৈ থাকিম — আমি খুব ভালকৈ থাকিম।

চেৰী আৰু আহোমবগৰীৰ মাজৰ মাহকেইটাত
উভৈনদী হৈ ওপচি পৰে
ৰঙা আৰু বেঙুনীয়া ফল, ধূসৰ ৰঙী আৰু ক'লা ;
তেতিয়া, সমতলৰ ভৰা পথাৰবোৰ আৰু কুঁৱলীভৰা নদীৰ পাৰত
আমি উজ্জ্বল বগৰীবোৰ গচকিম, যেতিয়া তুমি হত্যা কৰিবা
পিতলৰঙী হয়কলী, ফুটুকী বতা চৰাই, আৰু হাঁহ।

৪
মোৰ নৈষ্ঠিক অস্থিমজ্জাৰ গভীৰৰ পৰা
এই প্ৰাচুৰ্য্যৰ কিবা এটা মই ঘৃণা কৰো
মই দৰিদ্ৰ নিৰালংকাৰ চেহেৰা ভাল পাওঁ,
মুকুতাযেন একমাত্ৰিক ৰঙেৰে আঁকা নিসৰ্গৰ।
মোৰ তেজত কিবা যেন আছে যি গ্ৰহণ কৰে
নঙঠা পাহাৰ, ধোঁৱাবৰণীয়া আকাশৰ শীতল ৰূপালী ৰং,
পানীৰ সুঁতি, গাখীৰৰ ফেন যেন হৈ
শিলেৰে বন্ধা হেলনীয়া কৃষিভূমিৰ মাজেৰে বোৱা।



মই সেই আকাশ ভাল পাওঁ ; ঈষৎ নীলা আৰু বৰফ ছাইৰঙী,
সেৰেঙাকৈ কঠীয়া পৰা খেতিপথাৰ, কমকৈ শস্য হোৱা ;
সেই বসন্ত আপেল ফুলতকৈ কমদিনীয়া,
গ্ৰীষ্ম, যাৰ সৌন্দৰ্য্য ক্ষন্তেকীয়া।
খৰতকীয়া শৰৎ, শুকান পাতৰ জুই যেন,
আৰু নিদ্ৰালু শীত, মৃত্যুৰ গভীৰ নিদ্ৰা হেন।

অনুবাদ ঃ ডঃ অনন্যা হিলৈদাৰী

## নেলাগে কোনো দয়ালু আশা

নেলাগে কোনো দয়ালু আশা
আনিবলৈ বিভ্ৰম ছবি
ঈগল আৰু কৃষ্ণসাৰৰ ঃ
মই যে নহওঁ সিহঁতৰ দৰে।

মানুহ হিচাপে মই জন্ম হৈছিলো অকলে,
নাৰী হিচাপে, মই এক কঠিন বেষ্টনীত আবদ্ধ ;
শিল এটাক চেপি মই জী আছো
যি অলপ পুষ্টি পাওঁ তাৰে।

নিষ্ঠুৰ কঠোৰ মুখাৰে
একেটা নথিত বন্দী হৈ বছৰবোৰ পাৰ হৈ যায় ;
মোৰ ভয়ৰ যোগ্য পিছে কোনো হোৱা নাই,
আৰু মোৰ হাঁহিটোৰ পৰাও কোনো পলাই সৰা নাই।

অনুবাদ ঃ ডঃ অনন্যা হিলৈদাৰী

## ক্লদ মেকে (১৮৮৯-১৯৪৮)

জামাইকাৰ ছানী ভিলেত জন্ম ক্লড মেকে হাৰলেম ৰিনেইচেন্সৰ সক্ৰিয় সদস্য। লণ্ডন, ৰাছিয়া ভ্ৰমণ। কমিউনিষ্ট আদৰ্শৰ প্ৰতি মোহভংগ হৈ কেথ'লিক ধৰ্ম গ্ৰহণ। 'ইফ উই মাষ্ট ডাই'— তেওঁৰ এক বিখ্যাত কবিতা।

### যদি মৰিবই লাগে আমি

যদি মৰিবই লাগে আমি, নহওঁক সেয়া চুৱৰৰ দৰে
চিকাৰৰ দাস হৈ কোনো পোতাশালত আৱদ্ধ
আৰু সেই ভোকাতুৰ কুকুৰৰ খঙাল ভুক্‌ভুকনি
শাপিত আমি সমূহক যে ঠাট্টা কৰে সিহঁতে
যদি মৰিবই লাগে, সেয়া হওঁক সম্ভ্ৰান্ত
যাতে আমাৰ তেজ অবাবতে নহয় নষ্ট
আৰু তেতিয়া যি দানৱক আমি কৰোঁ মোকাবিলা
বাধ্য হ'ব দিবলৈ আমাক সন্মান, যদিও আমি মৃত।
হে পৰিয়ালবৰ্গ, সেই একে শত্ৰুক আহক চাওঁ
সংখ্যালঘু হৈও আমি সাহসী স্বৰূপ দাঙি ধৰোঁ
হাজাৰ ক্ষতিৰ জবাব দিও এটা অব্যৰ্থ ভুকুৰে
আছে যদিও আমাৰ আগত সেই সমাধি উন্মুক্ত
মানুহৰ দৰে হ'ম সন্মুখীন সেই কাপুৰুষ সমূহ
হেঁচা খাই দেৱালত, মৃত্যুমুখী আমি কৰি যাম যুঁজ।

অনুবাদ ঃ ডঃ বিভাস চৌধুৰী



### আমেৰিকা

যদিও তিক্ততাৰ ৰুটিয়েই পাও তাইৰপৰা
আৰু তাইৰ বাঘ নখ মোৰ ডিঙিত পৰে সোমাই
শ্বাসৰুদ্ধ হৈও মই কৰিম স্বীকাৰ
এই নাৰকীয় সংস্কৃতিৰ প্ৰেমিক মই
মোৰ যৌৱন পৰীক্ষণ ইয়াতেই হয়
তাইৰ উৎসাহ-সঞ্চাৰিত মোৰ তেজ-কণিকাই
দিয়ে শকতি মোক তাইক ঘৃণা কৰিবলৈ
তাইৰ বৃহৎ অৱয়বে মোক বানৰ দৰে নিয়ে উটুৱাই
অথচ বিদ্ৰোহীয়ে ৰজাৰ সমুখত থিয় দিয়াৰ দৰে
ময়ো সেই চাৰি বেৰৰ মাজত ৰও, কোনো ভয়
অথবা কুযাৰি অবিহনে, ঠাট্টাৰো শব্দ নোহোৱাকৈ
তমোময়, মই আগন্তুক দিনবোৰলৈ চাই ৰও
আৰু দেখো তাইৰ শিলা-শক্তি আৰু আশ্চৰ্যৰ ছবি
সময়ৰ সেই অব্যৰ্থ হাতৰ ছায়াৰ তলত
সেই অমূল্য ঐশ্বৰ্য আছে পোত যায়

অনুবাদ ঃ ডঃ বিভাস চৌধুৰী

### মই আকৌ উভতি আহিম

মই আকৌ উভতি আহিম
সোণালী দুপৰীয়া জ্বলি উঠা বনজুইৰ কাজলৰঙী ধোঁৱাবোৰ
নীল আকাশলৈ উৰি যোৱা চাই
হাঁহিবলৈ, ভাল পাবলৈ আৰু অবাক হ'বলৈ
মই আকৌ আহিম
অপৈণত বাদামী ঘাঁহবোৰে অৱগাহন কৰা
নৈ-নিজৰাৰ পাৰে পাৰে লৰৰি ফুৰিবলৈ
আৰু পৰ্বতৰ মাজেৰে বৈ অহা জলপ্ৰবাহত প্ৰতিফলিত
মোৰ সহস্ৰ স্বপ্নৰ পুনৰোপলব্ধিৰ বাবে
মই আকৌ উভতি আহিম
মই আকৌ উভতি আহিম

চহা-নাচৰ তালে তালে ভায়'লিন আৰু বাঁহীৰ
সুমধুৰ সুৰ শুনিবলৈ
যিয়ে আলোড়িত কৰে আদিম জীৱন সংপৃক্ত
ধূসৰ যাদুবৰ্ণৰ বাট হেৰোৱা সুৰধ্বনি
সুদীৰ্ঘ কালৰ দগ্ধ প্ৰাণৰ প্ৰশান্তিৰ বাবে
মই আকৌ উভতি আহিম।

অনুবাদ ঃ ডঃ ধ্ৰুৱজ্যোতি দাস

## ডিচেম্বৰ, ১৯১৯

যোৱাৰাতি তোমাৰ মাত শুনিলোঁ, আহ্
সেই গীত যিবোৰ
মই শুদা ভৰিৰে তোমাৰ ভৰিত খামুচি
আঁঠু কাঢ়ি ফুৰা দিনবোৰত
তুমি গাইছিলা
চকুপানীবোৰ কলিজাৰ পৰা
বেগেৰে নামি আহিছে, আই
ডিঙি স্পৰ্শ কৰাৰ পিছতো
সিবোৰ টোপা-টোপে সৰি পৰা নাই
তুমি গুচি যোৱা দহ বছৰ হ'ল, আই
যন্ত্ৰনাৰ এন্ধাৰে আৱৰা দহবছৰ
অ' আই,
মই আকৌ এবাৰ কান্দিব পৰাহ'লে...

অনুবাদ ঃ ডঃ ধ্ৰুৱজ্যোতি দাস

## আমেৰিকা

যদিও তেওঁ মোক তিক্ততাৰ অন্নদান কৰিছে
আৰু তেওঁৰ বাঘদাঁত মোৰ কণ্ঠ বিদাৰি গৈছে
শ্বসৰুদ্ধ হৈও মই স্বীকাৰ কৰোঁ
মোৰ যৌৱনৰ স্বাদ পোৱা



এই সংস্কৃতিবান নৰক মই ভালপাওঁ
তেওঁৰেই অৱজ্ঞাৰ বিৰুদ্ধে থিয় হ'বলৈ
শক্তি প্ৰদান কৰা
তেওঁৰ সামৰ্থ্য মোৰ ৰক্তত মিলিছে
তেওঁৰ প্ৰসাৰত্ত্বই বাঢ়নী পানীৰ দৰে
মোৰ সত্তা উটাই নিয়ে
তথাপি লেশমানো শংকা, ঘৃণা, ঠাট্টাৰ
আমনি নোহোৱাকৈ তেওঁৰ ভূমিত মূৰ দাঙি থিয় হওঁ
এজন বিদ্ৰোহীৰ দৰে
ৰজাৰ মুখামুখি হওঁ
অজ্ঞাতভাৱে অনাগত দিনবোৰলৈ চাই ৰওঁ
আৰু সময়ৰ অব্যৰ্থ সন্ধানৰ অন্তৰালত
মই প্ৰত্যক্ষ কৰোঁ
তেওঁৰ সামৰ্থ্য আৰু প্ৰস্তৰ আশ্চৰ্যৰ ৰেখ
ভূগৰ্ভত লুকাই থকা দুৰ্মূল্য ৰত্নৰ দৰে।

অনুবাদ ঃ ডঃ ধ্ৰুৱজ্যোতি দাস

## এড্না চেইণ্ট ভিনচেণ্ট মিলে (১৮৯২-১৯৫০)

আমেৰিকাৰ ৰকলেণ্ডত জন্ম, ভাছাৰ কলেজৰ স্নাতক এইগৰাকী কবিৰ প্ৰথম কবিতাপুথি প্ৰকাশ হয় ১৯১৭ চনত। পিছলৈ নিউ ইয়ৰ্কৰ গ্ৰীণউইচ ভিলেজৰ আবাসী হৈপৰা মিলেই প্ৰিন্সটাউন থিয়েটাৰ দলত যোগ দি অভিনয় আৰু নাট পৰিচালনাও কৰে। চনেট কবিতাত দক্ষ, মিলেই দেহজ প্ৰেম, যৌন স্বাধীনতাৰ সপক্ষেও মাত মাতিছিল। সাহিত্যৰ বাবে পুলিৎজাৰ বঁটা পোৱা তেওঁ প্ৰথম মহিলা (১৯২৩ চন)।

### কোনযোৰ ওঁঠক মোৰ ওঁঠে চুমা খালে, ক'ত আৰু কিয়

কোনযোৰ ওঁঠক মোৰ ওঁঠে চুমা খালে, ক'ত
আৰু কিয় মই পাহৰিলোঁ, আৰু কোন বাহু মোৰ মূৰৰ
তলত ৰাতিপুৱালৈ পৰা আছিল, কিন্তু আজি ৰাতিটো দেও বৰষুণৰ
যিয়ে টোকৰ মাৰে গিলাচৰ গাত
আৰু হুমুনিয়াহ এৰে, সিফালৰ সঁহাৰি কিজানি শুনি
আৰু মোৰ বুকুত নিজাৰ পৰা বিষ এটা উজাৰি দিলে
মনত নেপেলোৱা ল'ৰাবোৰৰ বাবে
যিয়ে কান্দি মোলৈ আকৌ উভতি আহে মাজৰাতি

এনেকৈয়ে শীতত নিঃসঙ্গ গছডাল থিয় হৈ ৰয়
নাজানেও কোন পখী এটাৰ পিছত এটাকৈ নোহোৱা হ'ল
অথচ জানে আগতকৈ অধিক মৌন হৈ পৰিছে সেই ডালবোৰ
মই ক'ব নোৱাৰো কোনবোৰ ভাল পোৱা আহিছিল আৰু গুচি গ'ল
সেই গ্ৰীষ্মই গান গাইছিল মোৰ ভিতৰত তাকেহে জানোঁ মই
এখন্তেক মাথোঁ, আৰু কাহানিও গান নাগায় ভিতৰত মোৰ

অনুবাদ ঃ মামণি দাস



### প্ৰেম সমূলি নহয়

প্ৰেম সমূলি নহয়: ই মাংস নহয় পানীয়ও নহয়
ভাতঘুমটিও নহয় বা নহয় বৰষুণ প্ৰতিৰোধী চাল
ই মানুহৰ বাবে ভাহি থকা অধাতৰ বস্তুও নহয় যিয়ে
যিয়ে ডুব যায় আৰু উঠে, ডুব যায় এবাৰ আকৌ উঠে
প্ৰেমে গোট মৰা হাওফাও উশাহেৰে পূৰাব নোৱাৰে,
তেজ শোধন কৰিব নোৱাৰে বা ভগা হাড় জোৰাব নোৱাৰে
তথাপিও বহু মানুহে মৃত্যুৰ সতে বন্ধুত্ব কৰি আছে
এতিয়ালৈ যিদৰে মই কওঁ, অকল প্ৰেমহীনতাৰ বাবে।

এইটো অৱশ্যে হ'ব পাৰে যে এক কঠিন সময়ত
যন্ত্ৰনাত বন্দী হৈ মুক্তিৰ বাবে বিলাপ কৰি আছে
অথবা অতীতত সংকল্প-শক্তিহীনতাই আমনি কৰি আছে
তোমাৰ প্ৰেম শান্তিৰ বাবে বিক্ৰী কৰিবলৈ মই বাধ্য হ'ব পাৰোঁ
অথবা এই ৰাতিটোৰ স্মৃতি আহাৰৰ বাবে বণিজ কৰিব পাৰিম
এইটো হ'বহে পাৰে। মই নাভাবো মই যে কৰিম।

অনুবাদ ঃ মামণি দাস

### মই যদি একদম অহেতুক শিকিব লাগে যে

মই যদি একদম অহেতুক শিকিব লাগে যে
তুমি গুচি গৈছা আকৌ উভতি নহাৰ বাটেৰে
কাকতৰ শেষ পৃষ্ঠাৰপৰা পঢ়া, কোৱা
দাঁতি-কাষৰীয়া সুৰঙ্গটোৰ এখন ৰেলত
দুকাষে শুৰনিকৈ গছ থকা বাটটোৰ চুকত
আৰু এনে এটা ৰাস্তা (য'ত কাকতবোৰ ভৰ্তি থাকে)

এজন হুৰমুৰাই অহা মানুহ— যাক তোমাৰ দৰে লাগিছিল
আজি দুপৰীয়া ঠিক নিহত হ'ব লাগিছিল
মই সশব্দে কন্দা উচিত নহয়— মই কান্দিব নোৱাৰিলোঁ
ডাঙৰকৈ, আৰু আৰু মোৰ হাতদুখন এনে জেগাত আঁটিলোঁ—

মই চাব লাগিছিল ষ্টেচনৰ লাইটবোৰ
মোৰ মুখলৈ খুব আগ্ৰহেৰে চাই দৌৰিছে
বা মোৰ চকুযুৰি আৰু খুব আগ্ৰহেৰে পঢ়িছে
ক'ত থ'ব লাগে নোমাল সাজ আৰু চুলিৰ যতন কেনেকৈ ল'ব লাগে।

অনুবাদ ঃ মামণি দাস

## নেহাঁহিবা মোক দিনৰ পোহৰৰ বাবে

দিনৰ পোহৰৰ বাবে নেহাঁহিবা মোক
জানা, আকাশে নাকাঢ়ে খোজ দিন শেষ হ'লে
নেহাঁহিবা মোক এইযে ৰূপহীহঁত পালেগৈ পৰলোক
কাঠনিবাৰীৰ বঁকিয়াৰপৰা বছৰ বাগৰি গ'লে
নেহাঁহিবা মোক জোন টুটি অহা বাবে
এইযে ভাটাৰ সমস্ত পানী সাগৰলৈ যায়গৈ ঘূৰি
এইযে এক পুৰুষৰ ৰাগীও অতিশীঘ্ৰে ভাগে
মোৰ প্ৰতি প্ৰেমাৰ্দ্ৰ চাৱনিও কেনিবা যায় উৰি

জানি আহিছোঁ ইমানদিনে যে নাই প্ৰেম আৰু নাই
উটাই-ভহাই নিছে বতাহে ভমকাই ফুলা ফুল
জোৱাৰৰ তৰল খোজে বলুকাৰ বালি নিয়ে উটুৱাই
নতুন জাবৰ খেদালি খেহেতা কৰে কূল
নেহাঁহিবা মোক হিয়া যি শিকোতে লেহেম কৰে
পাকটোৰে পতি কথাটো মনৰ চকুত ধৰা পৰে

অনুবাদ ঃ অনুভৱ তুলসী

## জন ব্ৰুকছ হুইলৰাইট (১৮৯৭-১৯৪০)

আমেৰিকান কবি। মতাদৰ্শৰ ফালৰপৰা তেওঁ এগৰাকী মাৰ্ক্সবাদী। তেওঁৰ কবিতাত সমাজৰ নিম্ন শ্ৰেণীৰ প্ৰতি সহানুভূতি প্ৰতিফলিত হয়।

### মঞ্চৰ যৱনিকা

প্ৰেমিক-যুগল এজন আনজনৰ মুখামুখিকৈ—
অভিনেতা আৰু অভিনেত্ৰী; লেখক আৰু যুটীয়া লেখিকা;
পৰিচালক, স্মাৰক; বয়বস্তু কঢ়িয়াওঁতা লোক আৰু অংগসজ্জা কৰোঁতা
মহিলা।

এয়া এক অপেছাদাৰী পৰিৱেশনা,
কিন্তু নাটকখন সুলিখিত—
কিন্তু সংলাপবোৰে ইংগিত দিয়ে ব্যস্ততাৰ,
কিন্তু নাটকখনৰ গুৰুত্ব অলপহে,
কিন্তু শেষৰ শব্দ তিনিটা পঢ়ক ঃ
*সিহঁতে চুম্বন কৰিলে।*

অভিনেতাসকল তেওঁলোকৰ নিজৰে দৰ্শক।
অভিনেতা হিচাপে তেওঁলোক শিল্পী;
কিন্তু দৰ্শক হিচাপে তেওঁলোক সমালোচক।
ভালকৈ প্ৰদৰ্শন কৰাৰ উদ্দেশ্যে
তেওঁলোকে নাটকখন আগতেই পঢ়ে
আৰু অন্তিম মঞ্চ-নিৰ্দেশনা অসম্ভৱ বুলি তেওঁলোকে জানে।

নাটখন এক সামৰণিৰ ফালে আহে।
প্ৰেমিক-যুগল এজন আনজনৰ মুখামুখিকৈ।
এডালো পেশী নলৰোৱাকৈ।
তাত হাত-চাপৰি নাই।

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## নিছলাজনলৈ প্ৰভুৰ প্ৰাৰ্থনা

আতংকৰ বাহিৰে আমাৰ কোনো প্ৰাৰ্থনা নাই;
আৰু নাই কোনো গুৰু, কিন্তু ভয়
যি আমাৰ শেষ বিচাৰৰ দিনটো আনে ওচৰ চপাই
যিটো প্ৰস্তুত হৈ আছে।
কিন্তু, তোমাৰ ৰাজ্য হোৱালৈকে
তাৰ সলনি আমি তোমাকে প্ৰাৰ্থনা কৰোঁ ঃ
"আমাক তোমাৰ দিনটোৰ ৰুটি দিয়া।"
তোমাৰ মৰণমুখী নেতাই যেতিয়া কৈছিল ঃ
"সিহঁতে কি জানে সেয়া নাজানে"
তেনেকৈ তেওঁ আমাৰ পিতৃসকলক ৰক্ষা কৰিছিল।
কিন্তু আমাৰ স্বপ্ৰণোদিত ইচ্ছা দীৰ্ঘ দিন ধৰি পূৰণ কৰি আহিছোঁ।
আমাৰ শোণিত-বিজড়িত ধৰ্মীয় অনুষ্ঠানে
সীহৰপৰা, শ্ৰমৰপৰা, উদ্বৃত্তৰপৰা
আমাক সোণ দিয়ে।
যেতিয়া তুমি আমাৰ বিৰুদ্ধে যোৱা
আমি আমাৰ ঋণবোৰ মাফ কৰাৰ নিচিনাকৈ,
আমাকো তুমি মাফ কৰিবা নে;
আমাৰ শক্তি আৰু আমাৰ গৌৰৱ
আমি বৰ্তাই নৰখাৰ বাবে
যেতিয়া সেইবোৰ খৰচ হৈ গৈছে—
আৰু মৃত...

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## কিয় তুমি জানিব লাগে?

*ইথেল ৰিপ্লে থেয়াৰলৈ*

— "আমি বৰফত পৰা শুনা সেই শব্দটো
কি আছিল?"
— "এইটো আছিল এটা ঠেৰেঙা লগা চৰাই।
তুমি কিয় জানিব লাগে?
সকলো নিষ্প্ৰাণ ভূমিয়ে জানে ভালটো
যে নখ আৰু ডেউকাৰে সৈতে বতাহে
আমাৰ তেজৰ জুইত পোৱা প্ৰশ্নবোৰ
সিঁচৰতি কৰিবলৈ বিদীৰ্ণ কৰে।"
— "বতাহৰ ঠোঁট আৰু নখে মোৰ কীৰ্তি
কঢ়িয়াই নিয়ক দূৰলৈ, য'ত বসন্তকালে
শইচৰ বাবে বৰফ নগলায়।"
— "কোনোবাই অনুধাৱন কৰিব পাৰিব প্ৰতিটো শব্দ
প্ৰৱাহিত ৰক্তই ক'ব পাৰিব
ভূমিৰ বিপৰীতে পৰি থাকোতে
কোনে শুনে শব্দাংশ।"
— "মোৰ মঙহ, হাড় আৰু পেশীয়ে এতিয়া জানিব পাৰিব
ভূমি, তোমাৰ মাজত লুকাই থকা পানীৰ কথা,
যি পানীয়ে পোৰে।"
— "ভূমিক প্ৰাৰ্থনা কৰা জনে পুনৰ
তাৰ ওজনত সান্ত্বনা বিচাৰি পায়;
আৰু গভীৰত শুনা পায়
তেজে চিৰদিনৰ বাবে ধৰি ৰখা
বৰযুণৰ টোপালবোৰৰ মাজৰ নীৰৱতা।"

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## পশ্চাৎঘাতী

সুন্দৰ, বন্ধু, যেতিয়া তুমি ভ্ৰমণ কৰা (পদপথেৰে,
সাগৰেৰে, আকাশেৰে; ৰাতি অথবা দিনত) আৰু চিনি পোৱা মহল
অথবা জুপুৰি, য'ত মই তোমাক লগ কৰিম, তুমি দূৰলৈ
গুচি যোৱা। তুমি তোমাৰ মিথ্যাবোৰৰ জঁট
কেতিয়াও নোখোলা, যদি মই ক'ব লাগে কেনেকৈ ল'ৰাবোৰে
অসাৰ যুক্তি শুনিছিল, আৰু তেতিয়া তুমি তোমাৰ বিদ্বেষতকৈ মোৰ বিহ্বলতাৰ
প্ৰতি বহু বেছি সচেতন হ'ব লাগিব।
  কিয় তুমি লগ নিদিলা? তোমাক লৈ মোৰ কোনো
  সপোন নাই, নাই ভয়, নাই অনুৰোধ; যদিও তুমি
  মোৰ শুভেচ্ছা গ্ৰহণ কৰিবলৈ ভীতিগ্ৰস্ত। মোৰ সন্দেহ সঁচানে?
  সঁচা যেনেই লাগে। পছন্দ আৰু অপছন্দবোৰ পুনৰাবৃত্ত হয়, আমি
  এটা সম্পূৰ্ণ দিন বহিছিলোঁ; যদিও কৃপণালিৰে উভৈনদীত,
  আনকি লগৰীয়া বিষয়ক এটা বাধা-নিষেধেৰে নিজকে
  প্ৰবঞ্চনা কৰিবলৈ, তুমি বন্ধুত্বৰ সমৃদ্ধ ভেটি দুৰ্বল কৰিলা।

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## তুমি ভাবা নে?

*ইথেল ৰিপ্লে থেয়াৰলৈ*

শব্দ অথবা নীৰৱতাই সৃষ্টি কৰে নে
সংগীতৰ? যেতিয়া বৰ্ষাসিক্ত গছবোৰৰ ওপৰেৰে
পাৰ হৈ নাযায় কোনো লহৰ; চিত্ৰখচিত আইনাৰ দৰে
তলত পৰি থকা এটা শান্ত হ্ৰদ;
  তুমি ভাবা নে প্ৰকৃত অৰণ্য থাকে
  কেৱল প্ৰতিবিম্বিত গছবোৰত, যিবোৰ
  দিনৰ বতাহৰপৰা অস্তিত্বহীনতাৰ দ্বাৰা সুৰক্ষিত?
আমাৰ তেজে ভূমি আৰু শামুকক কণ্ঠ দিয়ে,
তেওঁলোকে কথা কয় কিন্তু তীৰ্যক শব্দৰে।
মৃতকৰ নীৰৱতাখিনি অনুৰণিত হয়,



কিন্তু তেওঁলোকে কোৱাবোৰ আমি ক'ব নোৱাৰোঁ।
  তেওঁলোকে শিকোৱা কেৱল প্ৰতিধ্বনিবোৰ
  আমাৰ জীয়া কাণত বাজে।
  জিভাই শুনাবোৰ কয়
  আৰু মৃতকে সানুনয়ে বিচৰা নীৰৱতাখিনি ঢাকি পেলায়।
প্ৰশ্ন সোধাটো, পৰিব্যাপ্ত পোহৰ
উত্তৰ দিয়াটো, আলোকোজ্জ্বল সন্দেহ
শুনা, আৰু তাক ফুচফুচোৱা
অনুকৰণকাৰী তৰাবোৰ উজ্বলি নুঠালৈকে।
  বিলম্বিত ফুলবোৰ বহুদিন ফুলি আছে
  কিন্তু সেইবোৰ বহুদিনৰ আগতে মৰিছে।
  এতিয়া বৰফৰ ওপৰত, সীহৰ নিচিনা
  বৰফৰ টুকুৰাবোৰ পৰিছে সশব্দে, এটা ৰে'টৈলস্নেকৰ গীতৰ সৈতে।

অনুবাদ ঃ প্ৰকল্প ৰঞ্জন ভাগৱতী

## ডেভিদ স্থবার্ট (১৯১৩-১৯৪৬)

ডেভিদ স্থবার্ট এজন বিংশ শতিকাৰ আৰম্ভণিৰ আমেৰিকান কবি। তেওঁৰ বাৰ বছৰ বয়সতেই তেওঁৰ পৰিয়ালটো ভাগি গৈছিল, তেওঁৰ মাকে আত্মহত্যা কৰিছিল আৰু ১৫ বছৰ বয়সৰপৰা তেওঁ আছিল প্ৰায় অঘৰী। তেওঁ অৱসাদগ্ৰস্ততাৰদ্বাৰা পীড়িত আছিল আৰু কোনো এক মানসিক ৰোগগ্ৰস্ততাৰ সময়ত তেওঁ নিজৰ সৃষ্টিৰ বৃহৎ অংশ নষ্ট কৰি পেলাইছিল। ১৯৪৬ চনত এখন মানসিক চিকিৎসালয়ত ৩৩ বছৰ বয়সত যক্ষ্মা ৰোগত আক্ৰান্ত হৈ তেওঁৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ পাছত তেওঁৰ পত্নী জুডিথ্ এ'হৰই তেওঁৰ কবিতাবোৰ থুপাই *Initial A* শীৰ্ষকেৰে ১৯৬১ চনত প্ৰকাশ কৰে। তেওঁৰ কৰ্মৰাজিৰ এক বৃহত্তৰ থূল ১৯৮৩ চনত *Works and Days* নামেৰে প্ৰকাশিত হয়। তেওঁৰ কবিতাবোৰ বহুলাংশে ইংগ-মাৰ্কিন চিত্ৰকল্পবাদী কবিতাৰ বাটকটীয়া যেন লাগে।

### কুটিল পথ, কুটিল সময়

কেৱল খিৰিকিত কোবোৱা ধূলি,
কেৱল ৰাতিৰ মাজেৰে চেঁকুৰ মেলা ধোঁৱা,
আৰু বিলাসী পোহৰত তোমাৰ চেহেৰা নুমাই থকা,
আৰু গ'লিবোৰ, আৰু ষ্ট্ৰীটলাইটবোৰৰ টিমিক টামাক,
ইয়াত নীলা আকাশখন দাঙি ৰখা পাইনবোৰ
আৰু গাত কাবোবাৰ নাম, হৃদয়ৰ প্ৰতীক, চুলি আদি খোদাই কৰি থোৱা উইলোবোৰ,
চব অনিত্য বন্দৰবোৰৰ ফালে ভাহি যায়, ভাহে গ'লি পমি
য'ত মহিলা খেতিয়কবোৰে কোবাকুবিকৈ অহা-যোৱা কৰে —
কুকুৰালটি ফুলেৰে সিঁচৰতি হৈ থকা বাটঘৰাবোৰত —
ন জোন উঠি অহাৰ লগে লগে তেওঁলোকৰ লচপচ পোছাকবোৰ;
চিৰিবোৰত তেওঁলোকে অগা-দেৱা কৰে, পাক ঘূৰণি খায়, উঠা নমা কৰে।



আৰু কলা-বোবাসকল— আঙুলি মূৰত তেওঁলোকৰ সকলো বাসনা,
তেওঁলোকৰ আঙুলিবোৰ তেজৰ বিমূৰ্ত প্ৰতীক —

অনুবাদ ঃ অলকেশ কলিতা

### সুখী বাটৰুৱা

তোমাক বিদায়, অ' জিনিয়াফুল, ওখ, তামোলখনো মুখত নিদিয়া মানুহ জনৰ দৰে,
আৰু তোমালোক, গৌৰৱান্বিত পিটুনিয়া, আনন্দময় মদৰুৱা খিৰিকিবোৰ,
আৰু তোমালোকলৈও, সাধু বিৰিখবোৰ, নাম ধৰি ক'বলৈ হ'লে এ'ল্ম
ক'লা বৰষুণত তিতি থকা তোমাৰ ক'লা বাকলিৰে সতে, যেন লেপেটা কাঢ়ি
বহিছে আছা
আৰাম কৰি থকা হাতীবোৰৰ দৰে। আৰু তুমি
দুখীয়া ঘৰটোৰ ডাকবাকচ, দহিকতৰাৰ নীলা কণীৰ ৰঙৰ,
লাজকুৰীয়া, আওঁহতীয়া (এজন দৰিদ্ৰ কিন্তু নিষ্কলংক সাধুলোক), তোমাৰ
দহিকতৰাৰ কণীৰ দৰে সেউজীয়া দৰ্জাখনৰ সতে;
তুমি, অ' ৰাস্তা, নতুন মুদ্ৰা এটাৰ দৰে বৰষুণে আঁক-বাঁক কৰি থোৱা,
অ' জীৱন বৃক্ষবোৰৰ কাষে কাষে গঢ়ি উঠা ঘৰবোৰ,
বাওনা পাইনবোৰে যাৰ গাত ভেজা দি আছে
— জিন্দাবাদ আৰু বিদায়

আৰু মই, বৰষুণত তিতোঁ, এ'ল্ম কাঠনিবোৰৰ
ভিতৰলৈ চাওঁ, যাৰ ঠেঙুলীবোৰে হাওলি স্পৰ্শ কৰে
হেলনীয়া ঘৰৰ চালবোৰ, চাৰিটা চিমনীয়ে হনা
য'ত জীৱনে, লাহে লাহে, জীৱন নিয়মমাফিক
এক চকুতলগা পোছাকেৰে সতে, নীলা চকুৰে সতে
তাইৰ টেলা চুলিত এডাল ৰঙা ফিটাৰে সতে, এটা ছান্দে'* খায়,
এজন যুৱকলৈ দৃষ্টি নিক্ষেপ কৰে।

অ' মহানগৰ, য'ত জীৱনবোৰে
এপদ এপদকৈ আহৰণ কৰে সিহঁতৰ দীৰ্ঘদিনৰ সঞ্চয়
সযতনে, সযত্ন পালিত ঘাঁহনিৰ দৰে।

পাৰহে মদগৰী বিলাসী ঘৰবোৰ,
টকাৰ সোনাৰ সমানেই শকত-আৱত। মোৰ মন যায় যেন
এই মনোৰম নিয়মমাফিক নগৰখনতেই থাকি যাওঁ,
যেতিয়া মই নিয়ৰ কণা এটিৰ দৰে এটোপাল বৰষুণে
হলাই থোৱা এডালি টেঙেচি টেঙা ৰ লাগি চাওঁ। কিন্তু তেতিয়া
লে' ছীলফিডে'ৰ** দৰে এক মেজাজৰ এটা চুকৰপৰা, বৰ্ণনাতীত,
কোনো বিশেষ পৰিবেশৰ জোনাকৰ দৰে ৰোমান্টিক, তেতিয়া তুমি মোক মাত
লগোৱা
ৰাস্তাটোৰ কেঁকুৰি এটাৰপৰা। আৰু
ৰাটাৰকাপ ফুলবোৰৰ দৰে, আৱাহনীবোৰৰ দৰেঃ মই।

অনুবাদ ঃ অলকেশ কলিতা

টোকা ঃ
* ছান্দে' ঃ আইচক্ৰীমৰ স'তে বিভিন্ন ফল, বাদাম আৰু বহু মিহলাই প্ৰস্তুত কৰা এবিধ শীতল মিষ্টান্ন।
** লে' ছীলফিডে' ঃ ১৯০৯ চনত পৰিবেশিত এক বেলেৰ নাম যাৰ নৃত্য পৰিচালনা আছিল মিখে'ল ফ'কিনৰ আৰু সংগীত আছিল ফ্ৰে'ডে'ৰিক চঁ'পাৰ।

## 'ডেট্ৰইত ফ্ৰী প্ৰেছ'ৰ বিষয়ে গৱেষণা-পত্ৰ

মোৰ অৱকাশ- ভ্ৰমণৰ বাবে মই, ছিলাছ মাৰ্ণাৰৰ* নিচিনাকৈ
পৰিকল্পনা কৰিছিলোঁ, মইও যে মোৰ অতীতৰ নিঃস্ব দৰিদ্ৰ,
আকৌ এবাৰ লগ পাবৰ বাবে, ক্ৰেভেনে ক'বৰ দৰে 'ডেট্ৰইতৰ
সাধু নিবাসী সকল'ক। কিন্তু মই অইন ঠাইলৈ গ'লোঁ।
অভিযানবোৰ কিয় সদায় কথাত শেষ হয় ঃ ভ্ৰমণ যে
মৌন, পৰিকল্পনাবোৰ ত্ৰুটীবিহীন, অৱলোকনৰ নিজা দৃষ্টিকোণ।

"ডেট্ৰইত ফ্ৰী প্ৰেছ"ৰ এই কপীটো কোনে ইয়াত এৰি গ'ল,
এই ছীটটোত য'ত — যদিহে ইঞ্জিনীয়াৰে প্ৰতিশ্ৰুতি ৰাখে —
মই সাতটা ঘন্টা কটাম, চহৰবোৰ স্মৃতিৰ
দৰে খৰখেদাকৈ পাৰ হৈ যোৱা চাই চাই, এনে তৰা-নৰা ছিগা বেগত
যাতে এই অস্তিত্বৰ লৰা-ধৰাক, অথবা এই ধুমুহাকেই মই



জীৱন বুলি ক'বলগীয়াত পৰোঁ, এই মানুহবোৰৰ জীয়াই
থকাৰ মাজেৰে মইও জীছোঁ।
মই তোমালৈ এডাল মমবাতি আগবঢ়াইছো, অধুনালুপ্ত
বিশ্বস্ততা, তোমাৰ কবৰত, অ' নিঃসংগ মৃতক,
যাৰ জীৱনত আৰু দুখ নাই।
এই ফুলবোৰ, যিবোৰ মই ফুলোৱা নাই, মই তোমাৰ
স্মৃতিশিলাৰ ওপৰত থ'লোঁ, যাতে তুমি মোৰ কথাবোৰ শুনিব পাৰা,
যিবোৰ মই ডাঠি ক'ব পাৰোঁ যে তুমি শুনি আছা, এই জংঘলখনত
তুমি এক উপহাৰক লৈ গৌৰৱ কৰিব পাৰা
যি সৰ্বকালৰ দাতা।

অনুবাদ ঃ অলকেশ কলিতা

টোকা ঃ
* ছিলাছ মাৰ্নাৰ ঃ জৰ্জ এলিয়ট প্ৰণীত, ১৮৬১ চনত প্ৰকাশিত এখন ইংৰাজী উপন্যাস আৰু তাৰ মুখ্য চৰিত্ৰৰ নাম। ছিলাছ মাৰ্নাৰৰ চৰিত্ৰটি এক দৰিদ্ৰ শিপিনীৰ ৰূপত অংকন কৰা হৈছে।

## তিথি

তেওঁ পৰ্বতৰপৰা আহিছিল,
এই বাগিচালৈ। স্বাগতম, মহাশয়, মোৰ যি আছে
সকলো আপোনাৰেই।

তেওঁ পৰ্বতৰপৰা আহিছিল, দয়ালু ছায়াবোৰ দৰ্শন কৰিছিল।
ওক গছজোপাৰ তলত, তেওঁ মোৰ কাষত বহিছিল।

পৰ্বতত আপুনি কি কি কৰিলে, মহাশয়,
দিনৰ দিনটো বগা হৰিণাবোৰ চিকাৰ কৰাৰ বাহিৰে?

পৰ্বতত মই চিকাৰ কৰিলো আৰু মই
ষড়যন্ত্ৰ কৰিলো
তোমাৰ বাগিচাখনৰ ধ্বংস আৰু লয়ৰ বাবে।

পৰ্বতত মই তোমাৰ সতে এক সাদৃশ্য চিকাৰ কৰিলো
তোমাৰ সৰল বিশ্বাসী মেজাজটো আহৰণ কৰিবৰ বাবে।

সেইবাবে মই তোমাক
মোৰ বন্ধুত্বৰ সপোন দেখি থকা অৱস্থাত, হত্যা কৰোঁ।

ক'লে পর্বতৰপৰা অহা মানুহজনে,
পর্বতৰপৰা,
যিজনে মোক লগ পাবলৈ আহিছিল।

কিন্তু মই, যিহেতু মই কেৱল ওপৰৰফালে চাওঁ,
মোৰ তৰাটো যিহেতু পর্বতত খচিত,

ক'লে মানুহজনে, পর্বতৰপৰা অহা মানুহজনে,
দেখোঁ কেৱল শুভ্ৰ বাগিচাখন,
যিখন মই ইয়াত হত্যা কৰিলোঁ

ক'লে মানুহজনে, পর্বতৰপৰা অহা মানুহজনে।

অনুবাদ ঃ অলকেশ কলিতা



**ৱেল্ডন কীজ** (১৯১৪-১৯৫৫)

এজন আমেৰিকান কবি চিত্ৰকৰ, সাহিত্য সমালোচক, ঔপন্যাসিক, নাট্যকাৰ, জেৰ্জ সঙ্গীতজ্ঞ, চুটিগল্প লেখক আৰু ছবি নির্মাতা। বিংশ শতাব্দীৰ মধ্য ভাগৰ এগৰাকী প্ৰসিদ্ধ কবি কীজৰ *কালেকটেড পোয়েম্‌ছ* (১৯৬০), *পোয়েম্‌ছ*(১৯৪৭-১৯৫৪), *দ্য ফল অব্ দ্য মেজিচিয়ান*(১৯৪৭) *আৰু দ্য লাষ্ট মেন*(১৯৪৩) আদি উল্লেখযোগ্য গ্ৰন্থ। ১৯৫৫ চনৰ ১৮ জুলাইত কবিগৰাকী হঠাতে নিৰুদ্দিষ্ট হৈ পৰে।

## নৱজীৱন

যোৱাটো গ্ৰীষ্মত, নীল তাপত
সাগৰ তীৰত, ডেৰা বতাহত
কঠুৱা জীৱনে মুঠি মাৰি এবৰীয়া কৰা এজন অবহেলিত মগনীয়াৰ
য'ত মই বৈ আছিলোঁ উন্মুক্ত চৰাইৰ সতে
তেওঁ ক'লে, 'গ্ৰীষ্মই দহি নিছে। মোৰ জীৱন
আন এটা জীৱনৰ সতে সাঙোৰ খাই আছে; এই দেই যোৱা ছাল
শুকাই মৰহি গৈছে তৰপে তৰপে
তোমাৰ পোছাক হৈ পৰিব, যেতিয়া ছিৰাছিৰ পাতবোৰে খুন্দিয়াব'

... এইদৰে এটা হেৰোৱা শৰতত
পথৰ ওপৰত ময়ো এবৰীয়া হ'লোঁ
অবহেলিত তোমাৰ কাষলৈ আৰু তোমাৰ নাম ল'লোঁ
দুফাল হোৱা ধূসৰ আকাশৰ তলত
ধুমুহা গাজনি আৰু পৰিবৰ্তিত বতাহত।

অনুবাদ ঃ ডঃ প্ৰশান্ত মিশ্ৰ

## এখনি এলবামৰ বাবে কেইটিমান শাৰী

নৈৰ ওপৰেৰে আৰু কাঠনিৰ মাজেৰে
আইতাৰ ঘৰলৈ আমি যাওঁ ...

নিৰুদ্ধ দুৱাৰৰ সিটো পাৰে তেওঁ বৈ থাকে
ডেৰকুৰি আঁক তেওঁৰ কুঞ্চিত মুখত
ৰক্তহীনতা আৰু অস্পষ্ট স্মৃতি
এগৰাকী আজলা, নাম নোহোৱাকৈ
আশী বছৰৰ হিম অনুস্মৰণ
অব্যক্ত তেওঁৰ ছোৱালীজনীৰ মৃত্যু
অন্ধকাৰ, নীলা শিৰ আৰু ভগ্ন চুক্তিপত্ৰ
আইতা দুৱাৰৰ সিটো পাৰে বৈ থাকে
(পৰ্দাৰ ভাঁজত ম্লান দৃষ্টি)
সোলা হাঁহি আৰু এনুৰেচিচৰ সতে

নৈৰ ওপৰেৰে আৰু কাঠনিৰ মাজেৰে
আইতাৰ ঘৰলৈ আমি যাওঁ ....

অনুবাদ ঃ ডঃ প্ৰশান্ত মিশ্ৰ

টোকা ঃ এনুৰেচিচ— মূত্ৰৰ বেগধাৰণৰ অক্ষমতা, এবিধ ৰোগ।

## ৰবিনছন

ৰবিনছন যোৱাৰ পিছত কুকুৰটোৱে ভুকিবলৈ এৰিলে।
তেওঁৰ ভাওনা শেষ হ'ল। পৃথিৱীখন ধূসৰ পৃথিৱী।
সহিংসভাৱে গ্ৰেণ্ড পিয়ানোৰ তলত তেওঁ পদাঘাতকৰিলে,
দুঃস্বপ্নই চলমান গতি অনুধাৱন কৰিলে।

মেক্সিক'ৰপৰা অনা আইনাখন বেৰত ওলমি ৰ'ল।
তাত একোৰেই প্ৰতিফলিত নহয়। আইনাখন ক'লা।
ৰবিনচনে কেৱল নিজৰ প্ৰতিবিম্ব দেখুৱায়।

কোঠালিত সকলো আছে - বেৰ, পৰ্দা
চেল্‌ফ, বিছনা, ৰবিনছনৰ প্ৰথমা পত্নীৰ পোহৰ ছবি,
কম্বল, ফুলদানি, ছাইদানিত এটা পেনাটেলা।



ৰবিনছন আহিলে কোঠালিটোৰ সকলো ভৰি উঠিব।

কিতাপৰ পৃষ্ঠাবোৰ উকা,
যিবোৰ কিতাপ ৰবিনচনে পঢ়িছিল। সৌখন ৰবিনচনৰ প্ৰিয় চকী,
অথবা ৰবিনছন থকা হ'লে চকীখন ক'তবা থাকিলহেঁতেন!

গোটেই দিনটো ফোনটোৱে ৰিঙিয়াই আছে।
ৰবিনছনে বোধহয় ফোন কৰি আছে
তেওঁ থাকিলে ফোনটো নেবাজে।

বাহিৰত, বেলিৰ পোহৰত বগাৰঙৰ ঘৰটো হালধীয়া হৈ উঠিছে।
বাহিৰত, চৰাইবোৰে অবিৰত ভাৱে বৃত্তাকাৰ গতি লৈছে
য'ত গছবোৰ সজীৱ আৰু বিশ্ৰামহীন।

অনুবাদ ঃ ডঃ প্ৰশান্ত মিশ্ৰ

টোকা ঃ পেনাটেলা এবিধ ছিগাৰ

## মোৰ ছোৱালীজনীলৈ

মোৰ ছোৱালীজনীৰ চকুলৈ চাই পঢ়িলোঁ
পুৱাৰ নিষ্পাপ মঙহাল মুখনিৰ আঁৰত
তাই উমান নোপোৱাকৈ লুকাই থকা মৃত্যুৰ ইংগিত
শীতল বতাহজাকে চুলি উৰুৱাই নি জাল গুঁঠিছে
সমুদ্ৰ শৈৱাল গৰজি উঠিছে কণমানি হাতত
নিশাৰ ধীৰ বিষক্ৰিয়া, সহনশীল আৰু শান্ত
তাইৰ তেজলৈ সোমাই গৈছে। শুষ্ক বছৰবোৰ মই দেখিছোঁ
তাইৰ এনেকুৱাই হ'ব: অপৱিত্ৰ, দীৰ্ঘায়িত
মৃত্যু কোনো যুঁজত, কৃশকায় সেউজ দুভৰি,
অথবা ঘৃণাৰে জীয়াই থকা, আনৰ যন্ত্ৰণাৰ দংশন
উপভোগ কৰি থকা, বোধহয় নিষ্ঠুৰ, নিৰ্বোধ
কোনো চিফিলিচ ৰোগীৰ বাকদত্তা
এইবোৰ ধাৰণা বেলিৰ সতে অম্লমধুৰ
মোৰ কোনো ছোৱালী নাই। নিবিচাৰোও।

অনুবাদ ঃ ডঃ প্ৰশান্ত মিশ্ৰ

## দুবছৰ জুৰি

এই শূন্যতাই নিজকেই খায়,
হাতৰ কাপ পানী হৈ যায়,
বাক্যাংশ এটা বতাহতেই ওলমি ৰয়
চিন্তাবোৰ মনৰ ভিতৰতেই আইনাৰ দৰে ভাগি যায়
খালী কাগজৰ টুকুৰাই প্ৰতিফলিত কৰে পৃথিৱী
ধৰলিত পৃথিৱীয়ে মোক মৌন কৰিছিল।

দুবছৰ সময় তেনেকুৱাই আছিল। লাহেকৈ
যি খণ্ডিত, পৃথক, ছিন্ন, ছিদ্ৰতাৰে পৰিপূৰ্ণ,
জটিল অথবা বিভাজিত
মোক ক্ষয় কৰি আনে, দগ্ধ কৰে
আৰু প্ৰান্তিকত কম্পমান, এতিয়া এজন অগ্ৰজৰ হাতত
মই মোৰ নাম লিখোঁ। এতিয়া আগবাঢ়ি অহা
এটি অপৰিচিত কণ্ঠস্বৰত
মই পৰিবৰ্তিত কোঠালিত নীৰৱতাৰ সতে কথা পাতো।
পুনৰাবৃত্তি আৰু প্ৰত্যাৱৰ্তনৰ জ্ঞানে জোকাৰ মাৰি যায়।

অনুবাদ ঃ ডঃ প্ৰশান্ত মিশ্ৰ



## জোৱান ভিন্‌চেণ্ট মাৰে' (১৯১৭-১৯৪২)

জোৱান ভিন্‌চেণ্ট মাৰে' এগৰাকী আমেৰিকান কবি। তেওঁৰ জন্ম লণ্ডনত, তেওঁৰ পিতৃ-মাতৃ আছিল কানাডিয়ান। জোৱান ১০ বছৰ বয়সীয়া হৈ থাকোঁতে তেওঁৰ পিতৃ-মাতৃৰ বিবাহ-বিচ্ছেদ হয় আৰু তেওঁৰ মাকে তেওঁক শেষত নিউ ইয়ৰ্ক মহানগৰীত লালন-পালন কৰে। জোৱানে প্ৰথমে নৃত্যকলা বিষয়ত অধ্যয়ন কালত 'কবিতা' বিশেষ বিষয় হিচাপে লৈছিল। তেওঁৰ কৰ্মৰাজি মৰণোত্তৰভাৱে *Poems* আৰু *Drafts, Fragments and Poems: The Complete Poetry* শিৰোনামেৰে প্ৰকাশ হৈছে। তেওঁৰ কবিতাৰ বিশেষত্ব উক্তি প্ৰধানতা (Statementarity)। এইক্ষেত্ৰত তেওঁ এনে এক শৈলীৰ (Statementarity) বাটকটীয়া। তেওঁৰ অতিশয়োক্তিৰ প্ৰয়োগ উত্তৰ আধুনিক সময়ৰ কবিসকলৰ দৰে।

### স্ত্ৰী-পুৰুষ কথাটোৰ কেৱল একোগৰাকী স্ত্ৰী আৰু একোগৰাকী পুৰুষ হিচাপেহে অৰ্থ থাকে

স্ত্ৰী-পুৰুষ কথাটোৰ কেৱল একোগৰাকী স্ত্ৰী আৰু একোগৰাকী পুৰুষ
হিচাপেহে অৰ্থ থাকে।
জোনটো নিজেই জোন আৰু ই তৰাবোৰৰ মাজত হেৰাই থাকে।
দিনবোৰ গাইগুটীয়া, আৰু আৱৰ্তকালত
প্ৰতিটো ৰাতিয়েই টোপনি, কিন্তু সপোনবোৰ ভিন ভিন।
এক পুনৰাবৃত্তি থিয়-দঙা দিছে।
আমি যিবোৰে তাত কথা কৈছিলো, ইয়াত কথা কৈছো।
এখন পৃথিৱী, পিঠি দি দূৰলৈ গুচি যায়।
গাইগুটীয়া কথাবোৰৰ সময়টোৰেই
জীবলৈ, লৰচৰ কৰিবলৈ, নিজৰ স্থান আৰু অস্তিত্ব
সিদ্ধি কৰিবলৈ আৰু ভিন ভিন জীৱনভংগী গ্ৰহণ কৰিবলৈ

সিহঁতক সামৰ্থ্য দিয়ে।
সকলো কথাই নিজে নিজে শীতল আৰু সম্পূৰ্ণ।

অনুবাদ ঃ অলকেশ কলিতা

## নিচুকনি গীত

টোপনি যোৱা, অকণমানি স্থপতিবিদ। এয়া তোমাৰ 'মা'ৰ মনোবাঞ্ছা
যে তুমি তোমাৰ দুচকু পখালিবা আৰু সপোনত দোলাই ৰাখিবা।
শুক্ৰকীট-ৰূপী মহান মাছ, গভীৰতম সাগৰলৈ সাঁতুৰি যায়।
মই যদি তোমাক দোলাওঁ, মোৰ দুবাহুত
গোটেই পৃথিৱীখন দুলিবলৈ ধৰিব।

তোমাৰ দেউতাৰা তোমাতকৈও মহান এজন স্থপতিবিদ।
তেওঁৰ নিৰ্মাণ ওখ শুক্ৰ গ্ৰহৰ পৰা দূৰণিৰ মংগল গ্ৰহলৈকে ব্যাপ্ত।
তেওঁ প্ৰাচীন যাদুবিদ্যা বুলাই দিয়ে আৰু তাৰ পাছত নক্সাখন পৰীক্ষা কৰে
য'ত আছে ৰাতিটো, সেই আঁচনি আৰু তৰাবোৰ।

তুমি যেতিয়া ডাঙৰ হ'বা, তুমি পৰ্বতো সাজিব পাৰিবা।
ঘাঁহবোৰ তেতিয়া ইমান নিঃকিন নহ'ব, শিলবোৰ নহ'ব ইমান মৃত।
তুমি ওখলৈ পকাই নিবা আমি ৰুই যোৱা অট্টালিকাবোৰ।
পলক পেলোৱা, অকণমানি স্থপতিবিদ। জ্ঞানৰ বাদুলিবোৰ
তোমাৰ মূৰটোত সোমাবলৈ দিয়া।

অনুবাদ ঃ অলকেশ কলিতা

## তুমি কলাৰ কথা কৈছা

তুমি কলাৰ কথা কৈছা, সৃষ্টিৰ, মহাকাব্যৰ।
তুমি কেতিয়াবা ভাবি চাইছানে, কি কি কৰিবলগীয়া আছে?
ইখন কিতাপ পঢ়িবলগা আছে, সিখন কিতাপ লিখিবলগা আছে,
উঠি, বহি, পায়চাৰি কৰি,
কাৰণ তুমি যিমানেই যি নকৰা কিয় সি কোনোকালেই



সেই অভাৱ পূৰাব নোৱাৰে, যি মৰি হ'জি হ'লেও পূৰাবলগীয়া আছিল?

চোৱা। এইমাত্ৰ অতীত হৈ যোৱা মুহূৰ্তটোলৈ মন কৰা
আৰু তুমি মোক তাৰ ওপৰত কাম কৰিবলৈ, সপোন দেখিবলৈ কৈছা?
শূণ্যৰ গাত ভেজা দি নিজে চেষ্টা কৰি চোৱা। মই নোৱাৰিম।
সকলো বিৰক্তই ইমানখিনি জীৱন দেখিছে, যি জীৱনে
তেওঁলোকক এনে উশাহ নোপোৱা, দুৰ্গন্ধময় ক্ষীণ বতাহত
চিপ টানি থকা অৱস্থালৈ লৈ গৈছে যে শেষত তেওঁলোক
এই কথা ভাবি আশ্বস্ত হ'বলৈ বাধ্য যে মহানতাতেই হওক বা তুচ্ছতাতেই হওক
তেওঁলোক অৱশেষত উপনীত হ'ব পাৰিছেগৈ তাত, তাত, তাত।

আৰু মই ক'ত? য'ত মই আৰম্ভণি কৰিছিলো, আৰু য'ত মই উপনীত হ'ম সেই ঠাইত ঃ

নিশ্চল হৈ বহি বহি, ইচ্ছা শক্তিৰ শেষ বিন্দুলৈকে
কালৰ গতিত গেলি পচি, আৰু মোত কোনো গতিশীলতা অথবা জোৱাৰ নাই।

তুমি কলাৰ কথা কৈছা, সৃষ্টিৰ, মহাকাব্যৰ।
মই সবাটোকৈ নিঃকিন শূন্যতাৰ কথা ক'ম,
ক'ম যেতিয়ালৈ মুখ বিষাই ওলমি নপৰে,
আৰু সেই কথা হ'ব তোমালোকৰ সকলোৰে মুখত এটা বিৰাট হামি,
মগজ এটাৰ দৰে খালী, মেজাজ এটাৰ দৰে খালী, আৰু নিশকতীয়া।
আৰু মই অতৃপ্তিৰ আটাইবোৰ চেঁচুক কুঁৱাৰ শব্দ শুনিছো
য'ত ঠৰঙা লগোৱা এক টোপনিয়ে মূৰৰ ভিতৰত খলকিছে।

অনুবাদ ঃ অলকেশ কলিতা

## কৱিতা

দুপৰীয়াটোৰ ওপৰত তেতিয়াও বিমানবোৰৰ গতি,
ঘূৰ্ণায়মান পৃথিৱী উজুঁটি খাই খাই উপস্থিত হ'লহি।
তাৰ প্ৰতিক্ৰিয়াই, মৌন ঘোকোটবোৰত চেলেকিলে
তাৰ অথৰ্বতা,

খিৰিকিবোৰ ধমহ ধমহকৈ বন্ধ কৰা হ'ল আৰু মানুহে
অনন্ত বৃত্তত জুম বান্ধিলে।

কোনোবা সময়ত কৈ যোৱা শব্দবোৰে নিজে নিজকে ব্যক্ত কৰিলে।
গছবোৰে সময়ক পাতবোৰৰ মৰ্মৰধ্বনিৰে ওপচাই পেলালে,
আৰু প্ৰসাৰিত হাতবোৰে কেঁচিৰে টুকিলে
বতাহ।
শিলাখণ্ডবোৰে ভেটী ধৰিলে তাৰ পথ, কণিকাটিক
খুকখুকাই হাঁহিবলৈ আৰু দয়াপৰবশ হ'বলৈ সুবিধা দিলে।

ভুল ঠাইত থোৱা সকলো বস্তু সঠিক ঠাইত থোৱা হ'ল,
লুটি-বাগৰ যদি অপৰিচিত আছিল, লুটি বাগৰৰ
অনুমতি দিয়া হ'ল;
আৰু তুমি তাত জীৱিত আছিলা, সাৰে আছিলা
তোমাৰ মৃত স্থানত,
এজন উপশম হোৱা ৰোগী
একেদৰে উপশম হোৱা অইন অইন ৰোগীৰ মাজত।

অনুবাদ ঃ অলকেশ কলিতা

# লাটিন আমেৰিকাৰ কবিতা

## হ'চে হার্নানদেজ (১৮৩৪-১৮৮৬)

আর্জেণ্টিনাৰ সাংবাদিক, কবি আৰু ৰাজনীতিক হার্নানদেজৰ জীৱন দেশখনৰ বিভিন্ন ৰাজনৈতিক উত্থান-পতনৰ সৈতে সম্পৃক্ত। ব্ৰাজিলত নিৰ্বাসনত থকা অৱস্থাত ৰচনা কৰা মহাকাব্যিক কবিতা *Martin Fierro*-ৰ বাবে তেওঁ বিখ্যাত। *El Gaucho Martín Fierro* সাহিত্যৰ উজ্জ্বল কীর্তি-স্তম্ভ।

Gauchesque/Gauchesca literature– গাউৎচ' মানে নিপুণ, সাহসী কিন্তু নিয়ম মানিবলৈ ভাল নোপোৱা অশ্বাৰোহী। একে সময়তে এওঁ সৎ আৰু উদাৰ। আৰ্জেণ্টিনা আৰু উৰুগুৱেৰ জাতীয় প্ৰতীক। এই দুখন দেশৰ উপৰি পাৰগুৱে, বলিভিয়া, চিলি, দক্ষিণ ব্ৰাজিল আদি ঠাইৰ লোক-কথা, গীত-মাতত গাউৎচ'ক বীৰৰূপে সন্মান দিয়া হয় আৰু ইয়াকে লৈ গঢ়ি উঠিছে গাউৎচ' কৃষ্টি আৰু গাউৎচ' সাহিত্য। এনে সাহিত্যৰ ভাব-ভাষা মূল ধাৰাৰ সাহিত্যতকৈ পৃথক।

### *মার্টিন ফিয়েৰ'ৰপৰা উদ্ধৃত*

এনে গায়ক মই দেখিছোঁ বহুত
যশস্যাৰ বাবে যি কষ্ট কৰে অদ্ভুত;
আৰু যেতিয়াই যশে লগ দিয়ে
তাক ধৰি ৰাখিবলৈ যত্ন নকৰে—
যেন দৌৰ আৰম্ভ হোৱাৰ আগেয়ে
তেওঁলোকে প্ৰস্তুতিতে ভাগৰে।

আন মানুহ যায় যেনি
মার্টিন ফিয়েৰ'ও যায় তেনি
একোৱে তেওঁক নোৱাৰে উভতাব,
আনকি দেও-ভূতেও নোৱাৰে টলাব।
সকলোৱে গান গাইছে যিহেতু

গান গাবলৈ ময়ো বিচাৰোঁ।
গীত গাই গাই মই ল'ম মৃত্যুক সাবটি,
গীত গাই গাই তেওঁলোকে থ'ব মোক পুতি।
গীত গাই গাই মই উপস্থিত হ'মগৈ
পৰম পিতাৰ চৰণত,
গীতৰ বাবেই মই মাতৃগৰ্ভৰ পৰা
জনমিলো এই জগতত।

মোৰ জিভাখন যেন সচল হৈ ৰওক!
শব্দই যেন মোৰ সঙ্গ নেৰক!
গীতেই মোৰ বাবে মান-যশ হওক!
গীত গাই যাম মই—
তেওঁলোকে মোক পাবগৈ গীতৰ মাজতে
যদিহেবা পৃথিবীখন দুছিৱাও হয়।

গীত গাবলৈ মই বহিলোঁ মুকলিত
কঁপনি তুলিলোঁ ঘাঁহ-বননিত।
বৈ যোৱা এচাটি বতাহৰ দৰে
মোৰ ভাৱনাবোৰে তাতে
ডায়মণ্ড, স্পেড, হাৰ্টচ, ক্লাবেৰে খেলিলে।

বৰ জ্ঞানী গায়ক মইতো নহওঁ,
তথাপি গীত গাম, কদাপি নৰওঁ।
গীত গাই গাই মই হ'ম বুঢ়া,
নিজৰাৰ দৰে বৈয়েই থাকিব গীতৰ মালিতা।

গীটাৰখন যেতিয়া হাতত লওঁ তুলি
এটা মাখিয়েও আহি নকৰে আমনি,
খোজ পেলাই মোৰ কাষলৈ কোনো নাহে।
যেতিয়া দিওঁ মই অন্তৰ উজাৰি—



উচ্চগ্ৰামৰ তাঁৰডালে তোলে উচুপনি
নিম্নগ্ৰামৰ ডালে কান্দে চিঞৰি।
মই মোৰ ঘাঁহনিত চৰি থকা বলধ,
আনৰ ঘাঁহনিত থাকিব পাৰে মোতকৈ বৃহৎ।
তথাপি সদায় ভাবোঁ ময়েই উত্তম,
যদি বিচাৰ কৰিব খোজা
আনকো গাবলৈ দিয়া
তেতিয়া দেখিবা কোন সবাতকৈ অধম।

যদিহে সিহঁত আহে কাটিবলৈ আমাৰ ডিঙি,
বাটৰ দাঁতিত মই বৈ নাথাকোঁ শাৰী পাতি।
ভালৰ লগত ভাল মই, বেয়াৰ লগত বেয়া,
জটিল ক্ষণত নাই মোৰ হুঁহকা-পিচলা।

হে সৰ্বশক্তিমান খ্ৰীষ্ট!
বিপদত ফুলি উঠে মোৰ হৃৎপিণ্ড,
কাৰণ জগতখনেই যুদ্ধক্ষেত্ৰ।
নাই ইয়াত আচৰিত একো—
নিজকে মানুহ বোলা সকলোৰে জানে
নিজৰ মাটিত কেনেকৈ খোজ থ'ব লাগে।
মই এজন গাউৎচ', মই কৈছোঁ যেনেকৈ
তুমি বুজিবা তেনেকৈ—

মোৰ বাবে সৰু হওক বা ডাঙৰেই হওক পৃথিবীখন
কোনো সাপেই মোক নকৰে দংশন,
ৰ'দে মোৰ চেলাউৰি নকৰে দহন।
মোৰ জন্ম গভীৰ সাগৰৰ এটা মাছৰ দৰে,
ঈশ্বৰে দিয়া একোকে
মোৰ পৰা কোনেও কাঢ়িব নোৱাৰে,
পৃথিৱীলৈ মই যি আনিছিলোঁ আহোঁতে,

আটাইবোৰ লৈ যাম উভতি যাওঁতে।
বান্ধহীন জীৱনেই মোৰ কীৰ্তি,
যেন আকাশৰ মুকলি পক্ষী।
এই পৃথিৱীত নাসাজোঁ কোনো নীড়
য'ত অতবোৰ যান্ত্ৰণাৰ ভিৰ।
কোনেও মোক নকৰে অনুসৰণ,
যেতিয়া হ'ব মোৰ পুনৰ উৰণ।

অনুবাদ ঃ ডঃ ৰমানন্দন বৰা



## হ'চে লুইচ মাৰ্টি (১৮৫৩-১৮৯৫)

স্পেনিছ পিতৃ-মাতৃৰ সন্তান হ'চে মাৰ্টি সাহিত্য আৰু ৰাজনীতি জগতৰ এক বিপ্লৱী ব্যক্তিত্ব। কৈশোৰতে ছবছৰীয়া সশ্ৰম কাৰাবাস। লাটিন আমেৰিকাৰ আধুনিকতাবাদী সাহিত্য আন্দোলনৰ এজন হোতা, স্পেইনলৈ নিৰ্বাসিত; মেক্সিক', গুৱাটেমালা, ভেনিজুৱেলা আৰু আমেৰিকা আদি দেশ ভ্ৰমণ কৰে। নিউ ইয়ৰ্কৰ 'নিউ ইয়ৰ্ক ছান' কাগজতো কিছুদিন কাম কৰে। মানৱ মুক্তি আৰু মানুহৰ সৃজনশীল সত্তাৰ মুক্তিৰ চিন্তা-ভাবনাৰে তেওঁৰ কবিতা সংপৃক্ত।

### জাগ্ৰত স্বপ্ন

দুচকু মেলি মই স্বপ্ন দেখোঁ
অহোৰাত্ৰ নিয়ত
অশান্ত বিস্তীৰ্ণ সমুদ্ৰৰ
সৌ ফেনিল ঢৌবোৰত
মৰুভূৰ পাকখোৱা বালিত
আৰু মোৰ অন্তৰৰ অধীশ্বৰ সেই
শক্তিমন্ত সিংহটোৰ প্ৰশস্ত পিঠিত উঠি
আয়াসেৰে চেঁকুৰি চেঁকুৰি
সদায়েই মই দেখা পাওঁ সেই ভাসমান শিশুক
যি মোক মাতিব লাগিছে নাম ধৰি

অনুবাদ ঃ ডঃ প্ৰাণজিৎ বৰা

## দুখনি মাতৃভূমি

দুখন মাতৃভূমি মোৰ ঃ কিউবা আৰু এই নিশা
নে দুয়ো একেই আৰু এটা ?
মহামহিম সূৰ্য পাটত বহিবৰ নৌ হওতেই
দীঘল ওৰণি আৰু হাতত ফুলৰ থোপাৰে
বিষণ্ণ কোনো বিধবাৰ দৰে কিউবাই দেখা দিয়ে মোক
নীৰৱে
তাইৰ হাতত কঁপি থকা ৰক্ত নিগৰা সেই ফুলৰ থোপা মই চিনি পাওঁ
একো নাই তাত — মোৰ বুকুখন এসময়ত য'ত মোৰ অন্তৰখন আছিল
হৈ পৰে বিধ্বস্ত আৰু শূন্য
মৰিবলৈ আৰম্ভ কৰাৰ সময় এয়া। নিশাই সঠিকভাবেই
কৈছে, বিদায়- পোহৰৰ ক্লান্তিকৰ
মানুহৰ কোলাহলৰ দৰে। ব্ৰহ্মাণ্ডখনে যে
বেছি ভালকৈ ক'ব পাৰে মানুহতকৈ

যুদ্ধৰ বাবে সংকেতমুখৰ পতাকা খনৰ দৰে
মমৰ ৰঙা শিখাটো জ্বলিছে। ভিতৰি ভিতৰি হতবাক
মই মেলি দিওঁ খিৰিকীবোৰ। নিঃশব্দে ফুলৰ থোপাটোৰ
পাতবোৰ ছিঙি ছিঙি, আকাশ ক'লা কৰি পেলোৱা
ডাৱৰ এচপৰাৰ দৰে
মোৰ কাষেৰে পাৰ হৈ যায় এগৰাকী বিধৱা, মোৰ
কিউবা

অনুবাদ ঃ ডঃ প্ৰাণজিৎ বৰা

## সৰল কাব্যগাথাৰপৰা

তালগছবোৰ য'ত একলা দুকলাকৈ ডাঙৰ হয়, সেই
দেশৰ তেনেই সৰলচিতীয়া মানুহ মই
মোৰ মাথোঁ এধানি আশা, মোৰ মৰণৰ আগেয়েই
মানুহে পাওক মোৰ আত্মাৰ কবিতা

সকলো দেশৰে পৰিব্ৰাজক মই
ক'তোৰেই মই নহওঁ নতুন
মই কলাৰ মাজৰ কলা
আৰু সৌ পৰ্বতবোৰৰ মাজৰ পৰ্বত

মই জানো ফুলবোৰ আৰু ওষধিবোৰৰ
অচিনাকি নামবোৰ
জানো মই নিদাৰুণ প্ৰতাৰণা আৰু
বিস্তীৰ্ণ শোকৰ গাঁথাবোৰ

নিশাৰ গভীৰত মই দেখো
মোৰ মগজুলৈ লাহেকৈ সৰি পৰা
নিঃসীম সৌন্দৰ্যই গঢ় দিয়া
বিশুদ্ধতম পোহৰৰ ৰেঙনিবোৰ

মই দেখিছো ধুনীয়া তিৰোতাবোৰৰ
দুবাহুৰপৰা জাকি মাৰি ওলাই অহা ডেউকাবোৰ
আৰু দেখিছো বিক্ষিপ্ত পেলনীয়া দ'মবোৰৰপৰা
জন্ম হোৱা পখিলাবোৰ

মই জানো কাষত ছুৰিখন লৈ
জী থকা মানুহ এজনক
যি নক'লে এবাৰলৈও সেই নাৰীৰ নাম
যাৰ হাতত তেওঁ এদিন মৃত্যুবৰণ কৰিছিল

মুহূৰ্তলৈ মই দুবাৰো দেখিছিলো
মোৰ আত্মাৰ তিৰবিৰণি
দুবাৰো, যেতিয়া মোৰ হতভগীয়া পিতা ঢুকাইছিল
আৰু সেই নাৰীয়ে মোক বিদায় জনাইছিল

এবাৰলৈ মই কঁপি উঠিছিলো
যেতিয়া আঙুৰলতাৰে আৱৰা জপনামুখত
দুষ্ট মৌমাখি এটাই বিন্ধি গৈছিল

মোৰ কণমানিজনীৰ কপালখনত

মই আনন্দিত হৈ নিজকে ভাগ্যবান বুলি
ভাবিছিলো যেতিয়া মোৰ জেইলাৰজনে আহি
মোৰ মৃত্যুৰ আদেশ শুনাইছিল
য'ত একাকাৰ হৈ আছিল তেওঁৰ চকুপানী আৰু মোৰ নাম

মই শুনা পাও সেই এক হুমুনিয়াহ
যি পাৰহৈ গৈছে এই মাটি আৰু সাগৰৰ মাজেদি
এয়া কিন্তু হুমুনিয়াহ নহয়, মোৰ
ল'ৰাটোহে এয়া সাৰ পাই উঠিছে টোপনিৰ পৰা

যদিহে মোক বাছি ল'বলৈ দিয়া
সোণাৰীৰ স্বৰ্ণ ভাণ্ডাৰৰ পৰা শ্ৰেষ্ঠতম সম্পদ
মই প্ৰেমক একাষৰীয়া কৰি
বাছি ল'ম এজন সৎ বন্ধুক

মই দেখিছো আকাশৰ সীমাহীন নীলাৰ মাজেৰে
উৰি যোৱা আঘাত পোৱা ঈগলটো
আৰু দেখিছো নিজৰ গাঁতত
নিজৰ বিষত নিজে মৰা সাপটো

মই জানো যে আকৌ দৃপ্ত হৈ উঠিব পৰাকৈ
পৃথিৱীখন শুই পৰিলেও
নীৰৱে ঝংকৃত হৈ থাকিব
কণমানি নিজৰাটোৰ গুণগুণনি

আনন্দ আৰু শিহৰণেৰে তগবগ
মোৰ উদ্যত হাতেৰে মই স্পৰ্শ কৰিছো
মোৰ দুৱাৰমুখত নিস্পন্দ হৈ পৰি থকা
খহি পৰা তৰা এটা

মোৰ বজ্ৰ বুকুত মই লুকুৱাই থৈছো
সদায় খুন্দিয়াই যাব পৰা সেই দুখ:



দাসত্বৰ বোজা বোৱা মানুহবোৰৰ এজন
যি জী আছিল মানুহবোৰৰ বাবে, নীৰৱ হৈ মৰিল

সকলোবোৰেই সুন্দৰ আৰু সঠিক
সকলোবোৰেই গানৰ দৰে যুক্তিৰ দৰে
আৰু এসময়ত যি কয়লা আছিল
সেই হীৰাৰ দৰে সকলোবোৰেই পোহৰময়

মই জানো মূৰ্খবোৰক কবৰ দিওতে
চকুপানী আৰু সন্মানৰ হেৰফেৰ নহয়
আৰু জানো যে পৃথিৱীৰ কোনো ফলেই
কবৰথলীত গজা সেই ফলৰ সৈতে ফেৰ মাৰিব নোৱাৰে

নিঃশব্দে মোৰ নিৰৰ্থক গান
একাষৰীয়া কৰি
মই মোৰ পণ্ডিতৰ সাজটো ওলোমাই থৈ দিলো
মৰহা ডাল এটাত

অনুবাদ ঃ ডঃ প্ৰাণজিৎ বৰা

## শপত খাই কৈছোঁ মই নাপাহৰোঁ কোনোদিনে

শপত খাই কৈছোঁ মই নাপাহৰোঁ কোনোদিনে
বহুদিনৰ আগৰ হেমন্তৰ সেই পুৱা
যেতিয়া দেখিছিলোঁ প্ৰাচীন মৰহা ডাল এটাত
নতুন পাত গজি উঠা

সেই মিঠা ৰাতিপুৱাটোত
প্ৰেমত পৰি থকা ছোৱালী এজনী
এনেয়ে বহি আছিল আগনিশাৰ জুহালৰ গুৰিত
কাষতে এজন বুঢ়া মানুহ
যাৰ হাতখনে বিচাৰি আছিল কিবা এটা

অনুবাদ ঃ ড° প্ৰাণজিৎ বৰা

## মই যতন লওঁ মোৰ বগা গোলাপজুপিৰ

জাৰে-জহে মই যতন লওঁ
মোৰ বগা গোলাপজুপিৰ
মোক প্ৰাণ উজাৰি ভালপোৱা মোৰ সঁচা বন্ধু জন
মই তেওঁক যাচো গোলাপ এপাহি
আৰু মোৰ সেই নিঠুৰ বন্ধু
যাৰ আঘাতত ভাগি যায়
মই যাক লৈ জী আছো সেই অন্তৰখনি
তেওঁক মই কাঁইটবোৰ কিয় দিম
তেওঁৰ বাবেও আছে মোৰ বগা গোলাপ এপাহি

অনুবাদ ঃ ডঃ প্ৰাণজিৎ বৰা



## হুৱাও দা ক্ৰুছ এ চুজা (১৮৬১-১৮৮৯)

ক্ৰীতদাস পিতৃ-মাতৃৰ সন্তান হিচাপে আজীৱন বৰ্ণ-বৈষম্যৰ বলি হোৱা ক্ৰুছক আফ্ৰিকীয় মূলীয় ব্ৰাজিলিয়ান কবিতাৰ পিতৃ-পুৰুষ হিচাপে গণ্য কৰা হয়। যোগ্যতা থকা সত্বেও উপযুক্ত সংস্থাপনৰপৰা বঞ্চিত ক্ৰুছে মানসিক অস্থিৰতাত ভুগিছিল আৰু নিৰ্জনতাক আঁকোৱালি লৈছিল। ৰোমাণ্টিকতাৰ জয়জয়কাৰ অৱস্থাতে ফৰাচী প্ৰতীকবাদৰ প্ৰভাৱত লিখা তেওঁৰ কবিতা আছিল সময়তকৈ আগ বঢ়া আৰু তাৰেই স্বীকৃতি দি সমালোচকসকলে 'Black Swan' অভিধা দিছিল। তেওঁৰ প্ৰধান সাহিত্য কৰ্ম ঃ *Broqueis* (1893), *Missal* (1893), *Evocagos* (1898).

### গুড ফ্ৰাইডে

মদিৰা, সেউজীয়া, মোহনীয় জোন
এটা জঘন্য পাপৰ দৰে বিস্মিত...

গোবৰৰ দ'ম খুচৰিছে এটা অচিন কুকুৰে
মায়াময় ঠাইখনৰ শূন্যতাক সি ভুকি আছে।

আজি কৃষ্ণবৰ্ণ পৱিত্ৰ শুক্ৰবাৰ!
খ্ৰীষ্টৰ মৃত্যু হ'ল,
এটা ক্ষয়ৰোগীৰ দৰে ক্ষত, হিম চেঁচা।
মৃত্যুৰ ভয়ংকৰ অন্ধত্বত
তেওঁৰ তেজ ডাঠ বেঙুনীয়া।

মৃত মানুহজনৰ শান্ত নিস্তব্ধতাৰ পৰা
পাপৰ অসৎ, ভয়ংকৰ, কজলা বিষধৰ সাপটো বগাই আহে।

কিন্তু, যীশুৰ পৱিত্ৰ পুনঃজাগৰণৰ পৰা
মহৎ অপূৰ্ব প্ৰেমৰ পৰিবৰ্তে
বিকীৰ্ণ হ'বলৈ ধৰিছে সংক্ৰমিত মৃত্যু !

অনুবাদঃ ডঃ ৰমানন্দন বৰা

## পৱিত্ৰ অনুশোচনা

হে মোৰ অনুশোচনা, মোৰ গম্ভীৰ অনুশোচনা,
মোৰ পৱিত্ৰ, নিভাঁজ,মঙ্গলময় অনুশোচনা,
এটি চুম্বনেৰে পূত কৰি তোলা মোৰ কপাল
মোক কৰি তোলা সুউচ্চ আৰু সৰল।

সৰল— কিন্তু সৰলসকলৰ প্ৰতি উদাৰ;
সুউচ্চ— বাসনাহীন সেইসকলৰ বাবে
মঙ্গল যাৰ অপ্ৰাপ্য, যি পন্থা-ৰহিত,
যাৰ বাবে উৰ্বৰতাৰ পোহৰ অথবা স্নেহশীল সূৰ্য নাই।

হে মোৰ অনুশোচনা, মোৰ কৃপালু পৰিচয়
আন সকলো চিনাকিৰ উৰ্দ্ধত
প্ৰবাহিত কৰা অনন্তক মোৰ আত্মালৈ।

মাত দিয়া, হে মঙ্গলময়,
প্ৰেমৰ হত্যাকাৰীহঁতৰ বিৰুদ্ধে; সিহঁতে সকলো নষ্ট কৰে।
মানৱীয় পাপৰ সপ্ত-স্তম্ভৰ পৰা
তুমি মোৰ কবচ হোৱা।

অনুবাদঃ ডঃ ৰমানন্দন বৰা

## লেচ্‌বিয়ান

বনৰীয়া পাতাবাহাৰ, চঞ্চল কালাডিয়ামৰ
বিষাক্ত পুলি, দেহ-লোলুপ, ৰক্তাক্ত,
তোমাৰ নিচাখোৰ মাংসৰ পৰা উদ্‌গীৰ্ণ



জীৱন্ত ৰক্ত বিস্ফোৰণ।
তীক্ষ্ণ, কুঞ্চিত ওঁঠত তোমাৰ
প্ৰেম, হতাশা আৰু কাৰুণ্যৰ ভয়াবহ হাঁহি।

লাহে লাহে নামি আহে শীতল মৃত্যু,
হতশ্বাস, সংকোচন...

উন্মত্ত সমকামী, আকৰ্ষণীয়, ৰোগগ্ৰস্ত
নিষ্ঠুৰ কামনাৰ জ্বলন্ত তৃষ্ণাৰ
সৰ্পিল দৈত্য।

তোমাৰ এচিদ-টেঙা বুকুৰ পৰা
বৈ আহে এচিদৰ গোন্ধ, আলস্য আৰু
ক্ষয়ৰোগী চন্দ্ৰৰ আফিং।

অনুবাদঃ ডঃ ৰমানন্দন বৰা

## ৰুবেন দাৰিঅ' (১৮৬৭—১৯১৬)

লাটিন আমেৰিকাৰ কবিতাৰ এক লিগেচী। উত্তৰ পুৰুষৰ বাবে অফুৰন্ত প্ৰেৰণাৰ থলী ৰুবেন দাৰিঅ' আছিল আধুনিকতাৰ বাটকটীয়া। প্ৰাচীন লাটিন আমেৰিকাৰ পৰম্পৰাগত সাহিত্যৰ সৈতে ফৰাচী প্ৰতীকবাদী সাহিত্যৰ উপাদান লগ লগাই তেওঁ কৰা অভিনৱ ধৰণৰ সাহিত্য সৃষ্টিৰ বাবে বিশ্বৰ এক উল্লেখযোগ্য কবিৰ স্বীকৃতি পাবলৈ সক্ষম হৈছে।

### ভাল পাবা তোমাৰ লয়ক

ভাল পোৱা তোমাৰ লয়ক আৰু লয়েৰে বান্ধা তোমাৰ কামক
কবিতাৰ দৰে তোমাৰ, মানা ইয়াৰো নিয়ম
তুমিয়েই ব্ৰহ্মাণ্ড এই মুক্ত ব্ৰহ্মাণ্ডৰ
হোৱা ফোৱাৰা আত্মাই বিচৰা গানৰ

আকাশী ঐক্যই অন্তৰত তোমাৰ
পোখা দিব ভিন্ন পৃথিৱীৰ
ডোখৰ-ডোখৰকৈ বাজি উঠিলে ছন্দ তোমাৰ কবিতাৰ
মনত পেলোৱা পাইথাগোৰাছক লগ লগাবলৈ তোমাৰ নক্ষত্ৰবোৰক

বতাহত উৰি ফুৰা পখীৰ প্ৰতিটো পাখিত
শুনা স্বৰ্গীয় বাগবাণী, আৰু শিকা
তাপ আৰু বতৰৰ নৈশ জ্যামিতি

বিদীৰ্ণ কৰা নিৰ্বিকাৰ উদাসীনতা যি স্বল্পবাক
আৰু মুকুতা গাঁথা মুকুতাৰ স্ফটিক মালাধাৰিত
তাত য'ত সৰে সত্য তাইৰ কলহৰ কাণ বাগৰি

ডঃ বিজয় শংকৰ বৰ্মন



### নিয়তি

*ৰেণি পেৰেজলৈ বুলি*

গছজোপা সুখী, কিয়নো ই কিবাকৈহে অনুভূতিশীল;
কঠিল শিলটো তাতোকৈয়ো সুখী, একোৰেই অনুভৱ নকৰে ই ঃ
প্ৰচণ্ড যাতনা আন একোৰেই নাই জীয়াই থকাতকৈ,
গধুৰ বোজা আন একোৰেই নাই সচেতন জীৱনটোতকৈ।

থাকি, আৰু একো নাজানি, আৰু নথকাকৈ এটা বাট,
আৰু থকাৰ আতংক, আৰু ভৱিষ্যতৰ শংকাবোৰ ...
আৰু কাইলৈ মৰি থকাৰ নিশ্চিত ভয়,
আৰু ভুগিবলৈ গোটেই জীৱন ধৰি আৰু আন্ধাৰৰ মাজেদি,

আৰু তাৰ মাজেদি যি আমি নাজানো আৰু সন্দোহো কৰিব নোৱাৰাৰ দৰেই ...
আৰু সেই জীয়া মঙহ যিয়ে আমাক লোভ দেখুৱায় শীতল আঙুৰৰ থোপাবোৰেৰে,
আৰু কবৰটো যি ৰৈ আছে আমালৈ সমাধিৰ ফুলৰ টোৱাৰে,
আৰু এয়া জানিবলৈ নহয় আমি ক'লৈ যাম,
বা আহিছিলোঁ কেতিয়া

ডঃ বিজয় শংকৰ বৰ্মন

### হুৱান দ্ৰমন হিমেনেথলৈ বুলি

পিন্ধি ল'লানে তোমাৰ বৰ্ম, ডেকা বন্ধু মোৰ
ধৰ্ম যুদ্ধত জঁপিয়াই পৰিবলৈ সাজুনে তুমি
তোমাৰ মনস্বিতাৰ তীখাই কৰেনে প্ৰতিহত
দুহতীয়া তৰোৱালৰ কোব, সুকঠিন মুদ্গৰ

আছেনে তোমাৰ গাত সূৰ্য-বংশৰ লৌহ-ৰক্ত
পাইথাগোৰাচৰ সংখ্যা যাৰ বাবে ভাতৰ লগৰ পানী
হাৰ্কিউলিছে নেমিয়াৰ সিংহ দৈত্য যেনেকৈ বধিছিল
পাৰিবানে তুমিও বধিব হিংস্ৰ অশুভ যত বাঘ

ৰাতিৰ সহযোগ পোৱানে এতিয়াও আন্তৰিক বাছনিত

শুনি আছানে তুমি বেলা দুপৰৰ গীৰ্জাৰ ঘণ্টাধ্বনি
দি আছানে আবেলিৰ আতমাৰ আদ্যোপান্ত বিৱৰণ

পাৰেনে কৰিব তোমাৰ হিয়াই গোপন কণ্ঠস্বৰৰ তৰ্জমা
যোৱা তুমি তোমাৰ পথে, প্ৰেম অভিমুখী পথ। তুমি কবি।
তোমাক আৱৰি ঈশ্বৰ আৰু সুন্দৰৰ আলোকৰ কবচ।

অনুবাদ ঃ অনুভৱ তুলসী

## অতিথিসকল

আমাৰ সমূহীয়া নিৰ্জ্জনত কেতিয়াবা হঠাৎসাৰে
বহু আগৰ গুণগুণনিয়ে বুৰবুৰণি তোলে,
বন্ধ বতাহ মুক্ত হৈ ধুমুহা বেগেৰে বলে,
উপৰিপুৰুষৰ আত্মাই বন্দী কৰি ৰখা সকলৰ
বহু বহুজন বিদ্ৰোহী হৈ উঠে।
নিঠুৰ আৰু নাঙঠ বাসনাই সাৰ পায়,
যেন উৎপতীয়া অতিথি কোনেও নজনা-নিচিনা
চিৰ অসন্তুষ্ট যি জনতা আমাৰ প্ৰাচীন আত্মাত,
প্ৰাচীনতা যাৰ জীৱনৰ সমান

অনুবাদ ঃ অনুভৱ তুলসী

## বেমাৰ বিলাস

মোৰ বেমাৰ, বেছ টান আৰু গহীন বেমাৰ, বুজাই ক'ব
নোৱাৰিম বন্ধু। বুজিছোঁ, মোক কোনোৱেই বচাব নোৱোৰে,
মোৰ গাত কেনেবা কেনেবা চাটি-ফুটি আধুনিক যুগৰ।
এয়া যেন আলোকৰ তৃষ্ণা, এক জোঁৰ-বন্তি যিয়ে মোক লৈ যাব
অজান জেগালৈ য'ত আছে এই বেমাৰৰ দৰৱ,
মই সেয়ে অতি শীঘ্ৰেই ভাল হৈ যাবও পাৰোঁ,
কোনো ডাক্তৰ কোনো ডাক্তৰখানাই পোৱা নাই উৱাদিহ,
মোৰ আলস্য, মোৰ বিষণ্ণতা, মোৰ দুৰ্ভাৱনাৰ কাৰণ,
কিহৰ বাবে এই বেমাৰ, এই উন্মাদনাই কিয়



কিয় ভৰ কৰিছে মোৰ ওপৰত,
মই একো উপায় ভাবি পোৱা নাই,
অনবৰতে মোৰ মনে দৰৱৰ কথা ভবি আছে
যি দৰৱ মোক নহ'লৈই নহয়, বন্ধু,
যাতে মই অজ্ঞাত অন্তিমলৈ যোৱা
সেইখন ৰেলগাড়ী ধৰিব পাৰোঁ,
সম্পূৰ্ণ বেমাৰমুক্ত হৈ।

অনুবাদ ঃ অনুভৱ তুলসী

## হ'চে হুৱান টাবলাডা (১৮৭১-১৯৪৫)

লাটিন আমেৰিকাৰ কবিতাৰ এক মৌলিক কণ্ঠস্বৰ, আধুনিক মেক্সিকান কবিতাৰ পিতৃপুৰুষ, এইজন কবিয়ে প্ৰতীকবাদী ধাৰাৰ কবিতালৈ উল্লেখযোগ্য অৱিহণা আগবঢ়োৱাৰ লগতে 'কেলিগ্ৰাম' (চিত্ৰল কবিতা) আৰু হাইকু কবিতাৰ ভঙ্গী গ্ৰহণ কৰি কবিতালৈ অসামান্য গাম্ভীৰ্য্য আনিছিল। জাপানত কেইবাবছৰো থকাৰ ফলত প্ৰাচ্য সংস্কৃতিৰ প্ৰতি অনুৰাগী হৈ উঠিছিল আৰু তাৰ উপাদানেৰে মেক্সিক'ৰ কবিতা সমৃদ্ধ কৰাৰ প্ৰয়াস কৰিছিল।

### কবিতা

মই জানো যে মূৰ্খবোৰক অলেখ বিলাসিতা
আৰু বিলাপৰ মাজেৰে সমাধিস্থ কৰা হয় —
আৰু পৃথিৱীৰ কোনো ফলেই শ্মশানৰ
শইচৰ সমান হ'ব নোৱাৰে।

মই মৌন হৈ পৰো আৰু বুজো
আৰু মোৰ কবিতাৰ ওস্তাদি এৰো
মোৰ ভাল সাজযোৰ মই ওলমাও
এডাল বন্ধ্যা গছৰ ডালত

অনুবাদ ঃ মামণি দাস

### হাভানা ইম্প্ৰেছন

মাটি ... মাটি ....
তোমাৰ জিলিঙনি সাগৰৰ ওপৰেৰে গৰজে ... আমেৰিকাৰ সমুখত
খ্ৰীষ্ট'ফাৰ কলম্বাচৰ দৰে



তুমি প্ৰেমৰ দ্বীপৰ ওপৰেৰে গতি কৰা
এজন সুঠাম বিজেতাৰ থিয় দি থকা মৃত শৰীৰটো তুমি

পানীচিলনীবোৰ নীলাৰ ওপৰেৰে ঘূৰি থাকে

আদবয়সীয়া জোনটোৱে উচুপে
তোমাৰ শিলৰ ওপৰত

আৰু নতুন জলপৰীবোৰে গান গায়

তোমাৰ সহস্ৰ চাকি হাভানা জোনাকী পৰুৱাৰ জিলিকনি
নাৰীৰ চকুৰ নিক্ষেপলৈ ৰূপান্তৰিত হৈছিল
পৱিত্ৰ ফুলবোৰ
ভৰা ফলবোৰৰ
কোঠালী আৰু বাগিচাৰ সুগন্ধি
মোৰ অসুখী জীৱনৰ বাটত
এটা ফুল পাইছিলোঁ
তোমাৰ থিয় ওখ পৰ্বতবোৰ
স্পেইন দেশৰ মানুহৰ হাড়েৰে আবৃত
তোমাৰ উষ্ম সাগৰৰ এড্ৰিয়েটিক নীলাবোৰ পোহৰেৰে উপচি আছে
ডেউকাবোৰ সৰু সৰু পাখিৰে তৈয়াৰী
দোলা-বিছনা ৰেচমৰ
নাৰী আৰু তাল-তমালৰ দৰে
দোলা দি থাকে

অনুবাদ ঃ মামণি দাস

### কেইটিমান হাইকু

*এক*

কোমল ছিৰিলা-ছিৰিল পাতৰ গছ
প্ৰায় সোণ, প্ৰায় মৌ জুলীয়া
মুটামুটি দিনৰ শুভ্ৰতা

*দুই*
চেৰিম'য় গছৰ ঠাল-ঠেঙুলি
অঁকোৰা-পকোৰা আৰু কিচিৰ-মিচিৰ কথাবোৰ
ভটৌবোৰৰ যোৰা

*তিনি*
এটা বগা ময়ুৰ
তাৰ স্ফটিকৰ পাখি মেলে
উল্লাসিত

*চাৰি*
বিশেষ স্বৰবোৰ
গীতময় পক্ষীশালাটো
কোৰ্হালৰ এটা স্তম্ভ

*পাঁচ*
কোনে বেছি জানে
নাদৰ সেই ভেকুলীটোৰ বিষয়ে
সাগৰ আকাশ তুমি নে মই

*ছয়*
এমাৰল্ডৰ এখন সাগৰত
নিস্তেজ জাহাজ
তোমাৰ নামৰ লঙ্গৰৰ বাবে

অনুবাদঃ মামণি দাস



## হ'চে মাৰিয়া ইগুৰেন (১৮৭৪-১৯৪২)

হ'চে মাৰিয়া ইগুৰেনৰ পেৰুৰ লিমাত জন্ম। ঘাইকৈ ফৰাচী প্ৰতীকবাদৰ প্ৰভাৱত স্পেইনত আৰম্ভ হোৱা আধুনিকতাবাদী কবিতাৰ এগৰাকী অগ্ৰণী কবি আছিল। অৰ্বাচীন চিত্ৰকল্প, প্ৰতীক আৰু স্বপ্নদ্ৰষ্টাৰ দৃষ্টিৰে তেওঁ কবিতাবোৰক আঙ্গিকৰ নিপুণতা প্ৰদান কৰাত সিদ্ধহস্ত আছিল। তেওঁৰ কবিতাত লাটিন আমেৰিকান কবিতাৰ modernismo পৰা Avant-garde-লৈ উত্তৰণৰ ধাৰা প্ৰস্ফুটিত হৈছে। পিছৰ কালৰ কেইবাগৰাকী গুৰুত্বপূৰ্ণ কবি, লেখক আৰু চিন্তাবিদক প্ৰভাৱিত কৰা ইগুৰেনৰ বৰঙণিক লাটিন আমেৰিকান সাহিত্যৰ ধ্ৰুপদী সাহিত্যৰ মৰ্য্যাদা দিয়া হয়। সাধাৰণতে নিঃসঙ্গতাত থাকি ইগুৰেনে প্ৰকৃতিৰ গভীৰ অধ্যয়ন কৰিছিল। কবিতাৰ উপৰি চিত্ৰশিল্প আৰু ফটোগ্ৰাফ তেওঁৰ প্ৰিয় ক্ষেত্ৰ। তেওঁৰ বিখ্যাত কাব্য গ্ৰন্থ হ'ল— *Simbolicas* (1911), *La cancion de las figuras* (1916), *Poesias* (1929)।

### ছাই

ছাঁবোৰে গা ধোৱে
বালিত,
এটা দুটা
দেওলগা জিএগ্ৰা।

ধোঁৱাৰ চৰাইবোৰে
অৰণ্যৰ ছাঁলৈ উৰা মাৰে।

আধা শতিকা জুৰি
বগা সীমনাত বৈ

অনুবাদঃ ডঃ ৰমানন্দন বৰা

## আদিতমা নাৰী

সৰোবৰটোৰ কুঁৱলীত
অলস, আদিতমা নাৰীয়ে গায়
মধুৰ মালিতাবোৰ।

তুলাপাতৰ যাদুকৰী পানচৈত উঠি তেওঁ
ধূসৰ পুৰাটোত সেউজ বুলায়।

ঘাটে ঘাটে তুলি লয়
শুই থকা পুষ্পগুচ্ছ আৰু
মৃত পপেইৰাচ।

সুগন্ধি সোণোৱালী সপোনবোৰে
পাতৰ চাব্‌দানা নাচৰ তালে তালে
সাৰ পাই উঠে

আৰু মিঠা আৱেশ থৈ যায়
হালধীয়া পোহৰত অস্বচ্ছ গীৰ্জটোলৈ।

অনুবাদঃ ডঃ ৰমানন্দন বৰা

## তলাবন্ধ কোঠাটো

মোৰ দুচকুৰে দেখিছোঁ- তলাবন্ধ কোঠাটো

দুৱাৰখন যেন নিথৰ দুটা ওঁঠ
এতিয়া নিস্তেজ...

আজোখা খিৰিকিখন, যেন এটা মেলা চকু
চকচকীয়া, মোলৈ চাইছে
এটা শোকাতুৰ চকু
এটা থৰ লগা চাৱনি
যেন এটা মৃত চকু।

ফাঁকবোৰেদি ওলাই আহে
ভিতৰৰ চেঁচা চিৰ ৰুগীয়া বস্তুবোৰ—

তিতা, সেমেকা, গধুৰ—
বাটৰ দাঁতিলৈকে বৈ আহে,
যেন চকুপানীৰ এটা কূঁৱা
তলাবন্ধ কোঠাটোৰ ভিতৰত।

প্ৰাণান্তক ঘটনাবোৰ আমাৰ পৰা আঁতৰি
সেই চেঁচুকত লুকাই আছে—

নিস্তব্ধ কোঠা!
কত স্খলিত যৌৱনৰ দুখেৰে আন্ধাৰ!
হায়, ছাই হ'ল কত সৌন্দৰ্য্য!
কিমান কষ্ট!
কিমান কফিন!
নিজৰ পথেৰে দিনৰ পিছত বছৰ বাগৰিল।

দুৰ্দান্ত প্ৰতাৰণা
আৰু জঠৰৰ ক্ৰিয়া

হিমচেঁচা ঘাতক কোঠাত
সকলো শেষ হৈ গ'ল।

আজি তাৰ ছায়াই আমাৰ আত্মাক হেঁচা মাৰি ধৰে;
তলাবন্ধ কোঠাটো- এটা অপৰাধ।

অনুবাদঃ ডঃ ৰমানন্দন বৰা

## হ'চে চানতোছ ছুকান' (১৮৭৫-১৯৩৪)

লাটিন আমেৰিকাৰ 'কাব্যিক বৰ্ণশিঙা' ছুকান'ই নিজকে তেওঁৰ ঠাইখনক, নিজকে, জাতিটোক হুইটমেনৰ দৰেই তুলি ধৰে। তেওঁ যেন ফৰাচী কৃষ্টি আৰু আৰ্হিৰ প্ৰতি বিৰোধিতা কৰিছে। এজন কবিক হত্যা কৰাৰ পিছত কাৰাগাৰলৈ গ'ল, ক্ষমাদান পালে আৰু চিলেলৈ নিৰ্বাসিত হ'ল। ৰূপগত দিশত তেওঁৰ কবিতা আধুনিকতাৰ ধ্বজাবাহী।

### ইস্তাহাৰ

মই আমেৰিকাৰ বাবে গান গাওঁ ইয়াৰ আদিম স্থিতিৰ বাবে
মোৰ হাৰ্পখনৰ এটা আত্মা আছে
আৰু মোৰ গানৰ আছে এক আদৰ্শ
মোৰ কবিতা কোনো ডালৰপৰা ওলমি থকা নাই
কোনো উষ্ম দেশৰ ওলমা বিছনাত দুলি দুলি

যেতিয়া মই নিজকে ইনকা বুলি অনুভৱ কৰোঁ
মই ৰজাক অৰ্থাৎ বেলিটোক সন্মান প্ৰদৰ্শন কৰোঁ
যি মোক ইয়াৰ ৰাজকীয় শক্তিৰ যাদুদণ্ডডাল আগবঢ়াই দিয়ে।
মই যেতিয়া নিজকে স্পেনিছ বুলি অনুভৱ কৰোঁ
মই সাম্ৰাজ্যখনৰ নিয়ন্ত্ৰণ হাতত তুলি লওঁ
মোৰ গানৰ স্থায়ীখিনি
যেন স্ফটিকৰ যুদ্ধ-পেঁপাহে।

মোৰ কল্পনাবোৰ মূৰদেশীয় মূলৰ তেজৰপৰা অহা
এণ্ডিজখন ৰূপৰ কিন্তু লিয়নখন সোণৰ
এক বজ্ৰসম শব্দেৰে
মই দুয়োটা জাতিকে যোৰা লগাওঁ।

মোৰ ৰক্ত স্পেনীছ আৰু ইয়াৰ ধপধপনি ইনকাৰ



মই কবি হোৱাহেঁতেন, মোৰ কিজানি চাকৰি হ'লহেঁতেন
এজন বগা ছালৰ ৰোমাঞ্চকৰ অভিযানকাৰী হিচাপে
নাইবা এজন ইনকা সম্ৰাটৰ।

অনুবাদ ঃ বিবেকানন্দ চৌধুৰী

### আগ্নেয়গিৰি

প্ৰত্যেকটো আগ্নেয়গিৰিয়েই ইয়াৰ অৱয়বটো প্ৰকাশ কৰে
যেন হঠাতে আকাশৰপৰা ওলায়
কোনোবা উচ্চতাৰ পৰা অদৃশ্য আঙুলিয়ে যেন
ওলমি থকা ওৰণীখনৰ চুকটো দাঙি দিয়ে।

সেই পৰ্বতখনৰ শুভ্ৰ চূড়াটো, কপাহী শুভ্ৰ
যি সময়ত ইয়াৰ বুকুখন বুভুক্ষু আকাঙ্খাত আতুৰ হয়
মূৰৰ হিমখিনিয়ে গাৰ পোৰণিখিনিৰ সতে টনা-আঁজোৰা কৰে
ঠিক যেন এক বিশুদ্ধ আত্মাই কামাগ্নিক দমন কৰিলে।

আগ্নেয়গিৰিবোৰ খহটা শিলৰ স্তূপ
কিন্তু সিহঁতৰ পদত উপত্যকাবোৰ সেউজীয়া
আৰু ৰামধেনুবোৰ সিঁচৰতি যেন এছীয় দলিচা।

তাত, ৰং বিৰঙৰ পথাৰখনত
নীলাৰ পুচ্ছপটৰ বিপৰীতে
সিহঁতক দেখি যেন বাগৰি পৰা খৰাহীহে
ফুলবোৰ উফৰি পৰা।

অনুবাদ ঃ বিবেকানন্দ চৌধুৰী

### ঘঁৰিয়ালৰ সপোন

চৌত বাগৰি ফুৰা এক বিশাল গা-গছ
ঘঁৰিয়ালটোৱে নদীৰ থিয় গড়াটো বগাই উঠে
ইয়াৰ বাজহাড়ডাল হঠাৎ মূৰ দাঙি উঠা পৰ্বতমালাহে যেন
কোৰাৰি এক গহ্বৰ আৰু নেজডালো বেছ মনকৰিবলগীয়া।

ব'দে ইয়াক এক স্বৰ্গীয় আভাৰে আৱৰে

চিকমিকাই থকা বৰ্মৰ আৰু চৰাইৰ পাখি লগোৱা লোৰ বক্ষবন্ধনীৰ দৰে
পোহৰত জকমকাই থকা, ধাতুৰ এক দৈত্য
যিয়ে বেলিৰ প্ৰতি প্ৰভাতক অনুৰণিত কৰে।

এক পৰ্বতৰ বিগ্ৰহৰ দৰে স্থবিৰ
পানীত ভাসমান, উৎসুক আৰু নিদ্ৰালু
শক্তিশালী তীখাৰে মেৰিওৱা

ঠিক যাদুৰ প্ৰভাৱত চিৰকাল বন্দী এক ৰাজকোঁৱৰৰ দৰে
নদীৰ স্ফটিকৰ প্ৰাসাদত কাৰাৰুদ্ধ

অনুবাদ ঃ বিবেকানন্দ চৌধুৰী

## এটা শগুনৰ সপোন

তৰাবোৰৰ সমবেত সঙ্গীত আৰম্ভ হোৱাৰ লগে লগে
তেওঁ তুষাবাবৃত শৃঙ্গ এটাত আৰোহণ কৰিলে
দিনটোৰ শেষ পোহৰখিনিয়ে তাক আৱৰি ধৰিলে
তাৰ পদতলত বজ্ৰ আহি পৰে।

ৰজাৰ চিহ্নখচিত মালাৰ দৰে তাৰ শুভ্ৰ ডিঙি
যুদ্ধৰ ধাৰাল তৰবাৰি সদৃশ ভয়ংকৰ ঠোঁট
প্ৰতিহিংসাৰ বাবে সদা ধাৰাল তাৰ ভৰিৰ নখ
হাতীদাঁতত সোণ লগোৱা নালৰ ছুৰিৰ দৰেই পাকখোৱা।

একাকী তাত সি উচ্চতাত বিশ্ৰাম কৰে
শেঁতা কুঁৱলীত মিলি গৈ
ইমান সুন্দৰ পোহৰত
তাৰ আভা অপসৃয়মান

ছাঁলৈ ৰূপান্তৰিত, ই ধীৰে ধীৰে যায়
এন্ধাৰৰ মাজলৈ আগবাঢ়ি
যেনেদৰে আত্মাটো যায় ধ্যানমগ্ন অৱস্থাত

অনুবাদ ঃ বিবেকানন্দ চৌধুৰী



## ৰোষ

এক ঘূৰ্ণীবতাহত অস্পষ্ট হৈ
ধূলিৰ এক বিশাল ডাৱৰ
ভূমিৰপৰা সৰগলৈ মনে মনে উঠি যায়
ইয়াৰ ডেউকাৰে ই দগমগীয়া বেলিটোৰ উজ্জ্বল কাঁহীখন আচ্ছাদন কৰে
আৰু সিএগ্ৰাৰে,

গৈ থাকা, ইয়াৰপৰা আঁতৰা
মই তোমাৰ পোহৰৰ ছটাবোৰ অনুজ্জ্বল কৰি দিছোঁ
যিবোৰ আছিল পোখৰাজৰ দৰেই উজ্জ্বল
মই তোমাৰ উচ্চতাক হ্ৰাস কৰি দিলোঁ, হেৰা ব্ৰহ্মাণ্ডৰ ৰজা
মই তোমাৰ পোহৰ নোহোৱা কৰি পেলালোঁ।

অনুবাদ ঃ বিবেকানন্দ চৌধুৰী

## কোনে জানে

সেই ৰেড ইণ্ডিয়ানজনে তেওঁৰ সাধাৰণ পঁজাটোৰ দুৱাৰমুখৰপৰা চাই আছে
মোৰ পিয়াহ পূৰাবৰ বাবে, তোমাৰ জনো পানী আছে?
মোৰ শীত নিবাৰণৰ বাবে, কাপোৰ?
মোৰ ভোকৰ বাবে, কিছু শস্য জানো নাই?
মোৰ ভয়ৰ বাবে তাৎক্ষণিক কিছু শান্তিৰ বিধান?
অহ্, মি লৰ্ড কোনে জানে?

সেই ইণ্ডিয়ানজন যি কঠোৰ শ্ৰম কৰে
আন কাৰোবাৰ পথাৰত
তুমি নুবুজা জানো অধিকাৰ সূত্ৰে
ঘাম আৰু তেজৰ বিনিময়ত তোমাৰ হোৱা উচিত।
তুমি নাজানা জানো সেই চকু থৰ কৰা গতি
যিটো তোমাৰ পৰা বহু আগতে চুৰ কৰা হৈ গৈছিল
তুমি জানো নাজানা তুমিয়েই যে নিজৰ গৰাকী
অহ্, মি লৰ্ড কোনে জানে?

হেৰা ইণ্ডিয়ান তোমাৰ ভাৱলেশহীন চকুৰ ভ্ৰূ

আৰু উজ্জ্বলতাহীন চকু
কোনে জানো ভাবিছিল
লুকাই আছে বুলি কিবা গোপনীয় অভিব্যক্তি?
তুমি বাৰু জীৱনত কি বিচাৰা?
তুমি বাৰু কিহৰ বাবে প্ৰাৰ্থনা কৰা, তোমাৰ ঈশ্বৰক?
তোমাৰ নীৰৱ সপোনত কি আছে বাৰু?
অহ্ মি লৰ্ড কোনে জানে?

হে প্ৰচীন ৰহস্যময় জাতি
তোমাৰ অভেদ্য হৃদয়
যি আনন্দকো হাঁহিমুখে নলয়
আৰু যন্ত্ৰণাতো দুখ নকৰে
এণ্ডিজ পৰ্বতমালাৰ
বিস্তীৰ্ণ মহাসমুদ্ৰ
আৰু
সেই বেলিৰ দৰেই
গম্ভীৰ
তোমাৰ ব্যৱহাৰে
যেন সকলো বস্তুৰ প্ৰতিয়েই অনীহা
প্ৰকৃততে জ্ঞানী অনুৰাগহীনতা
গৌৰৱৰ সতে আৰু বিদ্বেষী

তোমাৰ ৰক্ত মোৰ ধমনীত প্ৰবাহিত
আৰু সেই তেজেৰেই-- মই শপত খাওঁ
যদি মোৰ ঈশ্বৰে মোক প্ৰশ্ন কৰে মই কি ভাল পাম
ক্ৰুছ নে উপহাৰ, কাঁইট নে কুসুম
সেই চুমাটো যিয়ে উৰুপ্ৰদেশক শান্ত কৰি তুলিব
নে তিতা এক অভিজ্ঞতা যি মোৰ গানক পৰিপূৰ্ণতা দিব
মোৰ সন্দেহক বিশ্বাস কৰি মই শপত ল'ম
অহ্ মি লৰ্ড কোনে জানে?

অনুবাদ ঃ বিবেকানন্দ চৌধুৰী



## হুলিঅ' হেৰেৰা ৰাইজিগ্ (১৮৭৫-১৯১০)

হুলিঅ' হেৰেৰা ৰাইজিগ্ ঊনবিংশ আৰু বিংশ শতিকাৰ সন্ধিক্ষণৰ এজন উৰুগুৱে দেশৰ কবি, নাট্যকাৰ, নিবন্ধকাৰ। তেওঁ স্পেনীয় ভাষাত লিখিছিল। উৰুগুৱেৰ এক সম্ভ্ৰান্ত পৰিয়ালত তেওঁৰ জন্ম। তেওঁৰ খুৰাক এসময়ত উৰুগুৱেৰ ৰাষ্ট্ৰপতি হৈছিলগৈ। ১৯০০ চন মানৰপৰা তেওঁ নিজৰ ঘৰৰ বাকৰিত সাহিত্যিকসকলৰ সভা অনুষ্ঠিত কৰা আৰম্ভ কৰিছিল। বিভিন্ন সাৰস্বত সংসৰ্গত তেওঁ অন্ত্য-ৰোমান্টিক চিন্তাধাৰাৰপৰা আধুনিক আভাঁ-গাৰ্ড মানসিকতালৈ নিজকে ঢাল খুৱাইছিল। মাথোঁ পঁইত্ৰিছ বছৰ বয়সত তেওঁ মৃত্যুক সাৱটি লয়, মৰণোত্তৰভাৱে চৰ্চালৈ অহা তেওঁৰ সৃষ্টিৰাজিয়ে বিংশ শতিকাৰ বৃহৎ লাটিন আমেৰিকান কাব্য অভ্যুত্থানৰ এজন বাটকটীয়া হিচাপে তেওঁক স্থান দিছে। বিংশ শতিকাৰ দুটা বিশিষ্ট কাব্যধাৰা হাৰমেটিছিজ্‌ম (Hermeticism) আৰু ইংগ-মাৰ্কিন চিত্ৰকল্পবাদ (Imagism) উভয়ে তেওঁৰ কবিতাত নিজৰ শিপা বিচাৰিব পাৰিলেহেঁতেন অথবা হয়তো পাৰিছিল।

### বংশগাথা-শৃংগাৰ

মোৰ নিঃকিন নিবেদনৰ নাৰী।
তুমি মোক ইতিকিং কৰিলেও মই যে সদায় তোমাক ভাল পাবই লাগিব।
— গংগ'ৰা*

সপোনত মই এনে দেখিলোঁ, তুমি যেন দেৱালখনৰ সিটো পাৰে আছা
বৰফাবৃত, য'ত অস্তিত্ব শেষ হয়,
বেদনাদায়ক ক'লা ভেলভেটৰ
ভব্য ঐশ্বৰ্য্য পায়চাৰি কৰি থকা।

তোমাৰ চৰণ, শ্ৰেষ্ঠতম হাতীদাঁতৰ শৃংগাৰ,
চয়তানী নিষ্ঠুৰতাৰে আঘাতপ্ৰাপ্ত দুখী আত্মাবোৰ,
ধৈৰ্য্যৰে ভৰা,

যিবোৰে এতিয়াও নিবেদন যাচি যায় তোমাৰ ব্যভিচাৰী প্ৰেমৰ প্ৰতি।
মোৰ মিঠা প্ৰেম সুখ-শান্তি নোহোৱাকৈ অবিৰাম ৰত,
যেন এটা দুখী অন্ধ অকণমানি ভেৰা পোৱালি,
তোমাৰ ছায়াৰ সুগন্ধী ৰেশ,
যি তোমাৰ ৰাজকীয় যুৱলিৰ নিৰ্য্যাতন বিচাৰে,
আৰু তোমাৰ শাস্তিদাতা চৰণৰ চাটিনৰ তলত
মই মোৰ ভৃত্য-হৃদয়-দলিচা পাৰি দিওঁ।

অনুবাদ ঃ অলকেশ কলিতা

টোকা ঃ
* গংগ'ৰা ঃ সৰ্বকালৰ শ্ৰেষ্ঠ স্পেনীয় কবিসকলৰ এজন, সম্পূৰ্ণ নাম লুই দে' গংগ'ৰা য়ে আৰ্গ'তে। জন্ম ঃ ১৫৬১, মৃত্যু ঃ ১৬২৭।

## উৰ্বৰতা

"আদাম, আদাম, এটা চুমা" —তেওঁ ক'লে
আৰু এক পীড়াদায়ক খুন্দাৰ স'তে সেয়ে হ'ল,
জীৱনৰ উদ্বিগ্ন নিৰৰ্থকতাই
তেওঁৰ পিঠি আৰু তপিনা কঁপাবলৈ ধৰিলে......

চকুৰ পিয়লা এটাৰ নিচিনাকৈ ফুলিল এপাহ আইৰীচ ফুল
বনৰীয়া। আৰু হামখুৰি খাই পৰাৰ "উস্" শব্দটো
সি আছিল মধুৰতম পীড়া। আৰু সি আছিল এডোখৰ "ঘা"
সবাটোকৈ ৰঙা আৰু চিৰায়ত বসন্ত.......

"আদাম, আদাম, মোক অলপ বিহ আনি দিয়া"
তেওঁ ক'লে, আৰু এক উদ্ধত উন্মাদে স'তে
চিৰাতনতাই তেওঁৰ জৰায়ু বিন্ধালে.....

তেতিয়া পৃথিৱীখনে ধিপধিপাবলৈ ধৰিলে।
আৰু দিগন্তত সূৰ্য্যটো ওলমি ৰ'ল
বিজয়গৰ্বেৰে স'তে এটা উৰ্বৰ জ্বলন্ত শুক্ৰাশয়ৰ দৰে।

অনুবাদ ঃ অলকেশ কলিতা



## ৰাতিটো

পৰ্বতৰ ৰাতিটোৱে বিধৱা দুচকুৰে চাই থাকে,
সেই আশ্ৰয়হীনা হৰিণীজনীৰ
তাইৰ পোৱালি পহৰা দি থকা অৱস্থাৰ,
আৰু যেন ভৱিষ্যবেত্তাৰ দৰে এক আগজাননীৰ উকমুকণিত
এক উদ্দীপিত সপোনত খলা বমা পথাৰবোৰে কথা ক'বলৈ আৰম্ভ কৰে।

সেইবোৰে বিস্তীৰ্ণ দৃশ্যাৱলী আঁক-বাঁক কৰি ৰাখিছে, জয়াৰ,
তিনিজোপা আত্মমগ্ন পপ্লাৰ..... এটা কুকুৰাই কোৰ্হাল কৰে,
দুপৰ নিশাৰ ঘন্টা। গম্ভীৰ জোনাকে সকলো
প্ৰসাৰণ কৰে, যিবোৰ মৌন সন্মোহনেৰে পৰিপূৰ্ণ।

টোপনিত পৰি থকা নীলা সৰোবৰ, যাক কোনে প্ৰচ্ছায়াই আমনি কৰা নাই,
সি পৰ্বতটোৰ বিশুদ্ধ চেতনাৰ দৰে........
নিজনি পৰি থকা নিমজ পানীৰ সমতলত, যি পৰ্বতটোৰ
উশাহৰ কিনাৰে কিনাৰে ভাঁজ লয়
এলবিনো, সেই উন্মাদ ভেৰাপালকজন, তেওঁ জোনটোক চুমা খাব খোজে।
টোপনিতে খোজ কাঢ়ি থকা বাগিচাখনত
এটা নিচুকনি গীতে গুণগুণায়।..............

কনভেন্টৰ কুকুৰবোৰে চয়তানক ভুকে।

অনুবাদ ঃ অলকেশ কলিতা

## সমৰ্পণ

তোমাৰ শুভ্ৰ চাটিনৰ ৰাজকীয়তা বিয়পি পৰিল,
যেন সপোন আৰু বিদ্যুচ্ছটা, গেজেপনি হাবিত,
আৰু সেয়া মোৰ হাত দুখনৰ ঠাইত — কথাটো মন কৰিবা
— মোৰ আত্মাইহে তোমাৰ কঁকাল মেৰিয়াই ধৰিলে........

অশুচি ছালফেটবোৰৰ, এক অপৱিত্ৰ
গন্ধই আমাৰ পথত ফন্দী পাতিছিল,
তোমাৰ অভিযানৰ অনুকূলে

সূৰ্য্যাস্ত আছিল আফিঙৰ ফুলেৰে ভৰা।

পৱিত্ৰ আশ্চৰ্য্য আৰু অস্থিৰতাৰে ঢেলা পৰা
তোমাৰ কপালখন মোৰ কান্ধত ঢলি পৰিছিল.............
মৃদু আৱেগেৰে যোগ কৰি তোমাৰ সত্তাক,

মোৰ সঁচা সঁচা যেন লগা কল্পনাৰ শেষত,
খপজপকৈ আৰম্ভ কৰা এটা দীঘলীয়া চুম্বনৰ,
আনকি আমাৰ চেহেৰাতো হেন্দোলনি উঠিছিল,
যেন এক পৱিত্ৰ সোমৰস।

অনুবাদ ঃ অলকেশ কলিতা

**পথাৰ ভ্ৰমণ**

ঐশ্বৰিক সোণালীৰে, আবেলিবোৰে তাৰ কাম-কাজৰ বিনিময় দিয়ে.......
চিকুণ নাৰীবোৰৰ দৰে, কেলিকো পোছাকেৰে সুশোভিতা,
লিন্দেন্ গছ আৰু লিলিফুলৰ বেণী গুঁথি থকা
অথবা বাৰাণ্ডাবোৰত বেজীৰ কাম কৰি থকা।

গাম বুট, লাখুটি আৰু শ্বল ..........
দুগৰাকী গাভৰু সিহঁতৰ জগবোৰ কঢ়িয়াই যেন ভ্ৰহি ফুৰে।
শান্ত সময় টোপনিতে খোজকঢ়া গতিৰে উটি যায়।
গ্ৰামীন সুন্দৰতাৰ এক হুমুনিয়াহে জোপোহাবোৰ ফণিয়াই যায়........

এক অনাড়ম্বৰ মৌনতা বিয়পি পৰে......... দৰক লগা
ডোবাটোৰ পৰা
মাৰিম্বাত* বজোৱা এক জয়াৰ কাহিনী গীত আৰম্ভ হয়।
ভৌতিক চিক্‌মিকনিৰে সৰোবৰবোৰ সমাহিত,
চূড়াবোৰ, ইতিমধ্যে অলৌকিক, পিন্ধিছে গোলাপৰ মুকুট.......
আৰু দূৰত, ধূলিয়ৰি বাটবোৰে ধোঁৱায়
যিবোৰেৰে খেতিয়ক সকল পথাৰৰ পৰা উভতে।

অনুবাদ ঃ অলকেশ কলিতা

টোকা ঃ * মাৰিম্বা ঃ আফ্ৰিকীয় মূলৰ এক সুৰ-বাদ্য, এবিধ জাইলোফ'ন।



## ডেলমিৰা অগষ্টিনি (১৮৮৬-১৯১৪)

উৰুগুৱেত জন্মা এইগৰাকী কবিয়ে অতি কম বয়সৰপৰাই কবিতা লিখিবলৈ আৰম্ভ কৰে। জৌ জৌ নামেৰে তেওঁ এলানি স্তম্ভও লিখিছিল। ১৯০৭ চনত প্ৰথম তেওঁৰ কাব্যপুথি প্ৰকাশ হয়।

**বান্ধোন**

গাভৰু বহাগৰ কোলাত
সিহঁতৰ বনগীতটি আছিল চৰি ওঁঠৰ হাঁহি ...
জ্ঞানী আঙুলিকেইটাত ইমান প্ৰেম যে
সৰগীও দৈত্যও বিহ্বল।

বোবা বিয়লি য'ত জিকমিকাই তাত
সিহঁতে উচুপনিৰ দৰদী ভাষাটোত কথা পাতিছিল
আৰু মনত আঁকি যোৱা মগন চুমা।
সময় যেন সোণৰ পাহি হৈ সৰিছিল,

তাৰপিছত শীতল হাত ভাগ কৰি ভাগ্যই আলি দিলে ...
আঃ, ন-গুটিধানৰ দেহ, পিছে আঘোণ মনৰ পাক
কাহানিও খোল নোখোৱা জঁট ...
বৰমানুহৰ মেৰপাকত
সিহঁতৰ হাত দুযোৰ আধি দি
ভাগ্যদেৱী, তোমাৰ মায়াবী আঙুলিকেইটাও ভাগৰি পৰে ...

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

## কবি আৰু ভ্ৰম

এমাজনৰ মৌকুঁৰৰীজনী, সোণ গহনাৰ কঁপনি
— চীনামাটিত কটা নীলমণি চকু, অকণমানিজনী—
ফুল যেন অকণমানি হাত দুখনেৰে এৰাতি দুৱাৰমুখলৈ মাতিছিল
সুৰদী বাঁহী এটিৰ দৰে তাইৰ মাত

— মই জানো আপোনাৰ জীৱন এন্ধাৰ
মোৰ আছে এপাহ গোলাপৰ অন্তৰ, কলিফুলৰ নিয়ৰ
আপোনাৰ সৰুভনী আৰু কবিতাৰ শকতি হওঁ বুলিয়েই
এখন মনোমোহা দেশৰপৰা আহিছোঁ

মাৰ্বলৰ এটি বাহু ... ফুলাম সুহুৰিত,
নিভাঁজ মৌত, সোণ আৰু সুগন্ধিৰ এচপৰা মেঘত
মোক তাই আৱৰি ধৰিলে, ধাৰাসাৰ বৰষুণ যেন কুশলী ঘোঁৰাচালন
অ' মৌ, ... তাৎক্ষণিক সপোনটো, মোক লবেজান কৰি পেলোৱা ছাঁটো ...
আৰু যেতিয়া মই সাৰ পালো, মজিয়াত বেলিয়ে পীৰা পাৰি বহিলহি
মিছা মানিক আৰু মিছা টৌ-চুলিখিনি লাজতে ৰঙা-ছিঙা পৰিল।

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

## জোনাকত

জোনটো শেঁতা আৰু দুখী, জোনটো নিস্তেজ আৰু শীতল
মোৰ কল্পনাত আধাজোন এজন মৃতক
পৰিচিত আৰু প্ৰশংসিত মানিকতকৈ
ন-গোলাপৰ কলিহে মোৰ প্ৰিয়

পৃথিৱীৰ ৰঙৰ এই মাটিৰ কোণত
এই শেঁতা জোনটো মই ভালপাওঁ, এই মৃত্যু মুখাখন মই ভালপাওঁ
ৰাতিৰ থাপনাত এপাহ ফুল জ্বলে নে ফুলে
অচিনাকি গোন্ধেৰে আমোলমোলাই, মোৰ আত্মাই পৰলোক পায়

নিন্দা আৰু মদত মগন ওঁঠকেইটাক মই জানো
এটা পিশাচে তাইৰ গোপনত চুমা খোৱাৰ পিছত
মাতালসৰে হ্ৰদতে মুখ চাই চাই মৰে



শুকুলা পোহৰে তাইৰ ৰহস্যকো উজলাই তোলে

সকলো শুকুলা
আনকি ৰাতিৰ পিশাচকেইটাও।

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

## উদ্‌গিৰণ

যদি জীৱনেই প্ৰেম হ'লহেঁতেন, কিমান ধন্য হ'লহেঁতেন
প্ৰেমৰ বাবেই মই আৰু অলপ জীৱন বিচাৰো,
বুদ্ধিৰ হাজাৰ বছৰ এক মিনিটৰ আৱেগৰ সমুখত মূল্যহীন
লাহে লাহে মোৰ হৃদয় মৰিবলৈ ধৰিছিল
সেই হৃদয়েই এতিয়া ফুলি আকৌ এপাহ গোলাপ
জীৱন যেন এখন উত্তাল সাগৰ
প্ৰেমৰ দুহাতেৰে চেকনিৰ চিটিপ দি শান্ত কৰা

ভগা ডেউকা কোবাই কোবাই ৰাতি মোৰ দুখ উৰি গুচি গ'ল
মৰীচিকা যেন সুপ্ৰাচীন সংশয়
সমস্ত জীৱনে সুৰ তোলে, চুমা আৰু হাঁহিৰ বুটা বাছে
মোৰ সমস্ত জীৱন সুখ এপাহি হাঁহি মুখ

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

## নিস্পৃহ

তুমি টোপনিত ইমান লালকাল যে
প্ৰতিনিশা শোকত মই তোমাৰ শিশুবোৰৰ কাষলৈ যাওঁ
জন্ম আৰু মৃত্যুৰ চমৎকাৰিত্ব চুই চাওঁ
জীৱন আৰু মৰণৰ দুৱাৰ সদায় খোলা
ছাঁৰ অৱশেষৰ অথবা পাটকাপোৰৰ জোনৰ তলত
মই যেন এটি হ্ৰদ সিহঁতৰ প্ৰশান্তি পি খোৱা
গভীৰ, মৌন, শুদ্ধ, শান্ত
প্ৰতিটো শিশু এতিয়া যেন একোখন চিতা নাইবা নিমাত মৈদাম।

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

## গেব্ৰিয়েলা মিষ্ট্ৰাল (১৮৮৯-১৯৫৭)

কবি গেব্ৰিয়েলা মিষ্ট্ৰালৰ জন্ম চিলেত, ১৮৮৯ চনৰ ৭ এপ্ৰিলত। চিলে আৰু মেক্সিকোৰ শৈক্ষিক ক্ষেত্ৰখনত তেওঁ গুৰুত্বপূৰ্ণ ভূমিকা লোৱাৰ লগতে ৰাষ্ট্ৰসংঘৰ সাংস্কৃতিক কাৰ্য্যনিৰ্বাহকতো সক্ৰিয় অংশগ্ৰহণ কৰিছিল। নেপাল, মাদ্ৰিদ আৰু লিছ্‌বনত চিলেৰ বাণিজ্য দূত হিচাপে তেওঁ নিযুক্ত হৈছিল। ফ্ল'ৰেঞ্চ আৰু গুৱাটেমালা বিশ্ববিদ্যালয়ৰ সন্মানীয় ডিগ্ৰীৰ লগতে তেওঁ আমেৰিকা, স্পেইন আৰু কিউবাৰ বিভিন্ন সাংস্কৃতিক অনুষ্ঠানৰো সন্মানীয় সদস্য হৈছিল। আমেৰিকাৰ কলম্বিয়া বিশ্ববিদ্যালয়, মিডলবাৰী মহাবিদ্যালয়, ৰাছাৰ মহাবিদ্যালয় আৰু প'ৰ্ট' ৰিক' বিশ্ববিদ্যালয়ত স্পেনিছ সাহিত্যৰ শিক্ষাদান কৰিছিল।

প্ৰেমৰ কবিতা *Sonetos de la muerte*-ৰে তেওঁ ১৯১৪ চনত লাটিন আমেৰিকাত প্ৰসিদ্ধি লাভ কৰিছিল যদিও প্ৰথম কাব্যপুথি *Desolacion*-য়ে ১৯২২ চনলৈ প্ৰকাশৰ মুখ দেখা নাছিল। ১৯২৪ চনত শৈশৱক লৈ লিখা কাব্যপুথি *Ternura* প্ৰকাশ পায়, মাতৃত্ব বিষয়ক কাব্যপুথি *Tala* প্ৰকাশ পায় ১৯৩৮ চনত। ১৯৫৮ চনত তেওঁৰ কবিতা সমগ্ৰ প্ৰকাশ পায়। ১৯৪৫ চনত লাটিন আমেৰিকাৰ প্ৰথমগৰাকী সাহিত্যিক হিচাপে তেওঁ ন'বেল বঁটা লাভ কৰে।

### বাৰ্ষিকী

আৰু আমি আগবাঢ়োঁ
শয়নে সচিতে
লগ হ'বলৈ, নজনাকৈয়ে যে
আমি তাতেই আছোঁ
নিৰৱতা যে ইমান নিখুঁত
আৰু সেই সলনি হোৱা



মাত এতিয়াও নুশুনি
নেদেখি মুখ
কিন্তু হ'ব পাৰে এয়া
অ' মোৰ প্ৰিয়তম
ভংগীমাহীন চিৰায়ত মুখৰ
নিৰাকাৰ সাম্ৰাজ্যৰ প্ৰীতি উপহাৰ

অনুবাদ ঃ বিভাৰাণী তালুকদাৰ

### ধৰ্মমত

মই গভীৰভাৱে বিশ্বাস কৰোঁ মোৰ হৃদয়ক
যেতিয়া এই আহত হৃদয় গীতত মগন
ঈশ্বৰৰ গভীৰ অতলত
পুখুৰীৰ পৰা উঠি আহে প্ৰাণধন
যেন কোনো নৱজাত পৰাণ
গভীৰভাৱে বিশ্বাস কৰোঁ মই যি লিখিছোঁ
জীৱনৰ শেঁতা পৰা ৰঙত
সামান্য ৰং বোলাবলৈ
উজ্জ্বল আভৰণেৰে ঢাকি ৰাখিবলৈ

অনুবাদ ঃ বিভাৰাণী তালুকদাৰ

### যিসকলে নেনাচে

এটা পঙ্গু শিশুৱে কৈছিল,
'মই কেনেকৈ নাচিম?'
হৃদয়খনক নাচিবলৈ দিয়া
আমি কৈছিলোঁ।

তেতিয়া অক্ষমজনে কৈছিলঃ
'মই কেনেকৈ গাম?'
হৃদয়খনক গাবলৈ দিয়া
আমি কৈছিলোঁ।

জঁই পৰা ফুলপাহে কৈছিল,
'কিন্তু মই, কেনেকৈ নাচিম ?'
হৃদয়খনক বতাহৰ সতে উৰুৱাই দিয়া
আমি কৈছিলোঁ।

নিৰাকাৰজনে ওপৰৰ পৰা কৈছিল
'মই নীলিমাৰ পৰা নামোঁ কেনেকৈ ?'
আমাৰ বাবে নাচাহি আহা
আমি কৈছিলোঁ।
গোটেই উপত্যকাটো সূৰ্য্যালোকত
একেলগে নাচিছে
যি সংযুক্ত হোৱা নাই আমাৰ সতে
হৈ গৈছে ধূলিসাৎ ।

অনুবাদ ঃ বিভাৰাণী তালুকদাৰ

## দীপ্তিমান গিৰিহঁত

অনৰ্থক চেষ্টা কৰা
ৰুদ্ধ কৰিবলৈ মোৰ গান
অজস্ৰ শিশুৱে সূৰ্য্যালোকত সমস্বৰে গোৱা
অনৰ্থক চেষ্টা কৰা
চূৰ্ণ কৰিবলৈ মোৰ যাতনাৰ শাৰী
শিশুবোৰে গোৱা ঈশ্বৰৰ সমীপত

অনুবাদ ঃ বিভাৰাণী তালুকদাৰ

## তোমাৰ হাতখন দিয়া

তোমাৰ হাতখন দিয়া আৰু দিয়া তোমাৰ ভালপোৱা,
তোমাৰ হাতখন দিয়া আৰু নাচা মোৰ সতে
এপাহ ফুল, আন একো নাই
এপাহ মাত্ৰ ফুলতে সকলো।



একেলগে নাচোঁতে
মোৰ সতে এফাঁকি গান গাবা
বতাহে নচুওৱা ঘাঁহনি, আন একো নাই
বতাহে নচুওৱা ঘাঁহনিতে সকলো।

মই আশা আৰু তুমি গোলাপ
নাম হেৰুৱালেই আমি মুকলি
পাহাৰৰ শিখৰত নৃত্যৰত, আৰু একো নাই
একাকাৰ এই মগ্নতাতে সকলো।

অনুবাদ ঃ বিভাৰাণী তালুকদাৰ

## অছৱাল দ্য আনড্ৰাড (১৮৯০-১৯৫৪)

ব্ৰাজিলৰ আধুনিকতাবাদী কবিসকলৰ ভিতৰত সবাতোকৈ পৰিবৰ্তনকামী; মায়ক'ভস্কি আৰু ৰুছ ফৰ্মেলিষ্টসকলে তেওঁক বৰকৈ অনুপ্ৰাণিত কৰিছিল। ফকৰা আৰু শ্লেষৰ প্ৰয়োগেৰে সম্পৰীক্ষা কৰি গদ্য আৰু পদ্যৰ সীমা চেৰাই যোৱা ব্ৰাজিলৰ বাস্তৱবাদী কবিসকলৰ ভিতৰত তেওঁক আগৰণুৱা বুলি ক'ব পাৰি।

### এপিটাফ

মই গোল, গোল
চুমা খোৱা তিৰোতাবিলাকেৰে
মই এটা ঘূৰণীয়া দ্বীপ

কাৰণ মই মৰিলোঁ বা-
মোৰ দ্বীপৰ ভালপোৱা তিৰোতাবিলাকৰ কাৰণে
ঘূৰণীয়াটোৰ কথা ভাবি লাওখোলাটোৰে হাঁহিব
হা হা হা

অনুবাদ ঃ কৌশিক বাস্যাস

### পলৰীয়া নিগ্ৰো

জেৰ'নিমো আছিল আন এখন পামত
পাকঘৰত আটা গুড়ি কৰি
তেওঁলোক আহিছিল
তাক ধৰিছিল
খুন্দনাটো পৰিছিল
সি উজুটি খাইছিল আৰু



পৰি গৈছিল
তেওঁলোক তাৰ ওপৰত
উঠি বহিছিল

অনুবাদ ঃ কৌশিক বাস্যাস

### পৰ্তুগীজ ভুল

পৰ্তুগীজ যেতিয়া উপস্থিত হৈছিল
প্ৰবল ধুমুহা
ইণ্ডিয়ানজনক পিন্ধাইছিল কাপোৰ
কি দুখ লগা,
যদি হ'লহেঁতেন সেয়া কোনো ৰ'দঘন ৰাতিপুৱা
ইণ্ডিয়ানে তেওঁক নাঙঠ কৰিলেহেঁতেন

অনুবাদ ঃ কৌশিক বাস্যাস

### কেনিবেল মেনিফেষ্ট'ৰপৰা

কেৱল নৰভক্ষণে আমাক এক কৰে। সামাজিকভাৱে। অৰ্থনৈতিকভাৱে। দাৰ্শনিকভাৱে।

এই পৃথিৱীৰ এয়াই কেৱল নিয়ম। সকলোবোৰ ব্যক্তিবাদ আৰু সংহতিবাদৰ আঁৰত। ধৰ্মবিলাকৰ আঁৰত। শান্তিৰ চুক্তিবিলাকৰ আঁৰত।

টুপী হয়নে নহয়, - সেয়াহে আচল কথা।

সকলো ধৰ্মীয় শিক্ষাৰ বিৰুদ্ধে। প্ৰাচীৰ মাকৰ বিৰুদ্ধে।

যিটো নিজৰ নহয় তাৰ প্ৰতিহে মোৰ আগ্ৰহ। মানুহৰ আইন। নৰভক্ষকৰ আইন।

ভাও লোৱা কেথ'লিক স্বামীবিলাকক লৈ আমি অতিষ্ঠ। মনোবিজ্ঞানৰ আন সমস্যাৰ লগত মহিলাৰ বিশ্ৰামৰ প্ৰহেলিকাক ছপাৰূপত ফ্ৰয়ডেই জন্ম দিয়া।

সত্যৰ পথত বাধাৰূপে থিয় হৈছিল কেৱল বস্ত্ৰ, বাহিৰ আৰু ভিতৰৰ মাজত এক পানীঘন প্ৰাচীৰ। কাপোৰ পিন্ধা মানুহজনলৈ বুলি এক প্ৰতিক্ৰিয়া। আমেৰিকাৰ চলচ্চিত্ৰই এই সকলো আমাক জনাই থাকিব।

সূৰ্য্যৰ সন্তান আৰু জীৱনৰ মাতৃ। প্ৰব্ৰজনকাৰী, ক্ৰীতদাস আৰু
পৰ্য্যটকৰ প্ৰতি থকা তিতা-কেঁহাৰ নষ্টালজিক কপটতাৰে, বিচাৰি পোৱা হৈছিল আৰু
মৰম কৰা হৈছিল উগ্ৰভাৱে। ফেঁটী সাপৰ দেশত।

কাৰণ আমাৰ কোনো ব্যাকৰণ নাছিল আৰু নাছিল পুৰণি উদ্ভিদৰ সংগ্ৰহ।
আৰু নাগৰিক, অৰ্ধনাগৰিক, সীমাৱৰ্তী, মহাদেশীয় এই শব্দবিলাকৰ অৰ্থ আমি নাজানিছিলোঁ। ব্ৰাজিলৰ মানচিত্ৰত এলেহুৱা নিতম্বৰ চাপ। এক অংশগ্ৰহণকাৰী চেতন, ধাৰ্মিক ছন্দ।

....................................

অন্তৰাত্মাই বিদেহ আত্মাৰ জন্ম দিবলৈ অনীহা কৰে।
নৃতাত্ত্বিকতা। নৰভক্ষক হ'বলৈ ছিটা লাগে। বিযুৱৰ
ধৰ্মবিলাকৰ ক্ষতিপূৰণ কৰিবলৈ। বিদেশী তদন্তবিলাকৰ
মোকাবিলা কৰিবলৈ।

কেৱল কথিত পৃথিৱীৰ কথাহে আমি শুনিব পাৰোঁ।

আমাৰ ন্যায় আছিল প্ৰতিশোধৰ ৰূপত। বিজ্ঞান আছিল
যাদুৰ ৰূপত। নৰভক্ষণ। নিষেধাজ্ঞাক মূৰ্তিলৈ
স্থায়ী পৰিৱৰ্তন।

.........................................

দিনপঞ্জী। চিত্ৰনাট্য। ভ্ৰমণসূচী। দিনপঞ্জী। চিত্ৰনাট্য। ভ্ৰমণসূচী।
দিনপঞ্জী।

.........................................

আমাক কেতিয়াও ধৰ্মান্তৰ কৰা হোৱা নাছিল। আমি যি কৰিছিলোঁ সেয়া আছিল কেৱল উৎসৱ। সাম্ৰাজ্যৰ ছিনেটৰৰ ভাৰত ইণ্ডিয়ানজন। পিটৰ ভেশত।
বা পৰ্তুগীজ অনুভূতিৰে পূৰ্ণ আলিনকাৰ
অপেৰাবিলাকত।

সাম্যবাদ আমাৰ আছিলেই। আমাৰ ভাষাটো আছিল কেৱল
অধিবাস্তৱিক।

সোণালী যুগ।



কাটিটি কাটিটি
ইমাৰা নোটিয়া
নোটিয়া ইমাৰা
ইপেজু

.........................................

য'ত ৰহস্য আছে, তাতহে নিয়তিবাদ নাই। কিন্তু তাৰ বাৰু আমাৰ লগত কি সকাম?

.........................................

যদি ভগৱানেই অসৃষ্ট মহাবিশ্বৰ চৈতন্য, তেন্তে গুৱাৰাচি জীৱনৰ
মাতৃ। গছবিলাকৰ মাতৃ জাচি।

.........................................

স্বৰ্কৰ নৈতিকতাৰ ফল পেটাৰ ফেমিলিয়াচ্: বস্তুবোৰৰ
বিষয়ে সঁচাকৈয়ে একো নজনা কল্পনাৰ অভাৱ নিজকে প্ৰভু বুলি ভবা
বিপৰীতে কৌতূহলী উত্তৰসুৰী।

.........................................

নিৰ্মিত লক্ষ্যই বিচ্যুত দেৱদূতৰ নিচিনা কৰে। তাৰপিছত শেলাইবোৰে
উচপিচাইছিল। ইয়ে বাৰু কি সূচায়?

.........................................

পোহৰ দেখুওৱা ইণ্ডিয়ানজনৰ বিৰুদ্ধে। যি মেৰীৰ পুত্ৰ,
কেথেৰীন দ্য মেডিচিৰ ধৰ্মপুত্ৰ আৰু ডন এণ্টোনিঅ' দ্য মাৰিজৰ জোৱায়েক।

উল্লাসেই চৰম পৰীক্ষা।

.........................................

সামাজিক সত্যৰ বিৰুদ্ধে, পোছাক পৰিহিত আৰু অত্যাচাৰী, ফ্ৰয়ডে দেখুওৱাৰ দৰে
জটিলতা নোহোৱা বাস্তৱ, উন্মাদনা নোহোৱা, বেশ্যাবৃত্তি নথকা বা মাতৃপ্ৰধান
পিন্দোৰামাত দণ্ডবিধিযুক্ত উপনিৱেশ নথকা।

অনুবাদ: কৌশিক বাস্যস

*ব্ৰাজিলবনৰপৰা*

**বক্তৃতা**

কেব্ৰেলবাদ। দানভোগীৰ সভ্যতা। গৃহভূমি আৰু
ৰপ্তানি। উৎসৱ। আওভূমি আৰু ওম্ শান্তি। ব্ৰাজিলবন।
আসুৰিকতাৰে আমাৰ।

ওখ চহকী জাতীয় গঠন। জাতিস্কাৰ গছমালা। খনিজ পদাৰ্থ। বন্ধন প্ৰকৰণ।
মিছামাছ
ভাজি, সোণ আৰু নাচ।

প্ৰৱেশৰ সমূলি বুৰঞ্জী আৰু বাণিজ্যিক বুৰঞ্জী

আমেৰিকাৰ। ব্ৰাজিলবন। মন্ত্ৰণাৰে বনবীয়াবন দমন কৰা
আৰু প্ৰথম পদাৰ্পণ কৰা বগামানুহটোৰ বৰ্বৰতাৰ বিৰুদ্ধে। টুপিনিকুইমক ভাৰ্জিলৰ
উদ্ধৃতি দিয়া। আইনৰ স্নাতক।

অজান দুখৰ দেশ। অচিন চিকিৎসকৰ দেশ। দীক্ষিত জাত্যান্তৰৰ
দেশ।
য'ত কবিতা ৰপ্তানিকৃত নহয়। সংস্কৃতিৰ ডোলেৰে জঁট লগা। ছন্দৰ
লতাবোৰত।

বিংশ শতাব্দী। জ্ঞানৰ বিস্ফোৰণ। সকলো জনা মানুহবোৰ
বেবিলৰ স্তম্ভৰ বৰবৰ দৰে খহি পৰিছিল। বিশ্বজ্ঞানৰ ভৰত
বিস্ফোৰিত হৈছিল।

কবিৰ কাৰণে কবিতা। এনে মূঢ়তা আশীৰ্বাদ যি আৱিষ্কাৰ কৰে।

পেড্ৰ'আল্‌ভেৰাচ্।

ব্লেজ চেনড্ৰাৰ উপদেশ: তোমালোকৰ ইঞ্জিন চালু ৰাখা,
প্ৰস্থান কৰা ; যিটো ঘূৰণীয়া বিকল্পত তোমালোক আছা তাক নিয়ন্ত্ৰণ কৰে
এজন নিগ্ৰোই। অলপ অসাৱধান হ'লেই
লক্ষ্যচ্যুত হ'বা।

শাসনৰ বিৰুদ্ধে, সকলো বাতাবৰণেদি যাত্ৰা। ভাষা বিয়োগ
পুৰাকথা। বিয়োগ পাণ্ডিত্য। প্ৰাকৃতিক আৰু নিৰ্মাণ। ভুলবোৰ



আটাইতকৈ ডাঙৰ অৱদান।

প্ৰকৃতিবাদৰপৰা ঘৰুৱা কাৰুকলালৈ আৰু পৰ্যটকৰ কেমেৰাটোলৈ। প্ৰতিভাশালী
ছোৱালীবোৰ। যান্ত্ৰিক দক্ষ পিয়ানোবাদক। কাৰখানাৰ গৰ্ভৰপৰা ওলাই অহা
সমদলবোৰ। এইবোৰ বন্ধ কৰাটো দৰকাৰ হৈছিল।
প্ৰতিতীবাদ আৰু সংকেতৰ জৰীয়তে বিকৃতকৰণ। পল্লৱিত ভাৱোচ্ছ্বাস। বস্তুবোৰৰ
প্ৰকাশ।

প্ৰথম ব্ৰাজিলিয়ান নিৰ্মাণৰ সামগ্ৰিক বিনিৰ্মাণ আন্দোলনৰ লগত
দৈৱ সংঘটন। কবিতা ব্ৰাজিলবনৰ।

প্ৰকৃতিবিদৰ কূটনীতিৰ বিৰুদ্ধে - সংশ্লেষণ। অনুকৰণৰ বিৰুদ্ধে
আৱিষ্কাৰ আৰু আশ্চৰ্য।

দৃশ্যমানৰ বিপৰীত দৃষ্টিভংগী। কলাত ভৌতিক অলৌকিকতাৰ
সমতুল্য। ফটো নিগেটিভত আৱদ্ধ নক্ষত্ৰ।

..............................................

আৰু এক জ্ঞানী সৌৰ আলস্য। প্ৰাৰ্থনা। এক মৌন শক্তি। আতিথ্য।

বৰ্বৰ, সুস্পষ্ট, আৰু অসন্দিগ্ধ। ব্ৰাজিলবন। অৰণ্য আৰু
স্কুলখন। পাকঘৰটো, খনিজ পদাৰ্থ আৰু নাচ। গছমালা।
ব্ৰাজিলবন।

অনুবাদ ঃ কৌশিক বাস্যাস

**চেছাৰ বায়েখ' (১৮৯২? -১৯৩৮)**

বিশ্ব কবিতাৰ অনন্য কণ্ঠস্বৰ, (সমালোচক টমাচ মেৰ্টনৰ মতে, 'Cesar Vallejo is the greatest Catholic poet since Dante – and by Catholic I mean universal.') পেৰুৰ কবি চেছাৰ বায়েখ'ৰ কবিতাত সমকালীন সামাজিক ৰাজনৈতিক বাস্তবৰ সূক্ষ্ম বিশ্লেষণ আৰু শোষিত-নিপীড়িতৰ প্ৰতি গভীৰ সমমৰ্মিতাৰ প্ৰকাশ ঘটিছে। বায়েখ' মাৰ্ক্সবাদী দৰ্শনৰদ্বাৰা উদ্বুদ্ধ হৈছিল। তেওঁৰ কাব্যশৈলীত আধুনিক সাহিত্য ধাৰাৰ প্ৰভাৱ দেখা যায়। বায়েখ'ৰ ভাষা অত্যন্ত ব্যঞ্জনা সমৃদ্ধ। সমালোচকসকলৰ মতে নেৰুডা লাটিন আমেৰিকাৰ 'পাবলিক কনছায়েন্স'ৰ কবি আৰু বায়েখ' হ'ল 'প্ৰাইভেট এণ্ড ছ'লফুল কনছায়েন্স'ৰ কবি।

### ক'লা দুতবোৰ

জীৱনত আঘাতৰ উপৰি আঘাত, ইমান প্ৰচণ্ড... কি ক'ম
ঈশ্বৰৰ ঘৃণাৰ দৰে আঘাত ; এনে লাগে, মুখামুখি হৈ
সিবোৰৰ
সকলো অন্তঃস্ৰোত পীড়িত হয়
আত্মাত উফন্দি উঠে... মই নেজানো

সিহঁত মাত্ৰ কেইটামান, কিন্তু সিহঁত... সিহঁতে খোলে আন্ধাৰ
সুৰংগবোৰ
হিংস্ৰতম মুখ আৰু সবলতম পিঠিৰে।
সিহঁত ছাগৈ বৰ্বৰ এটিলাৰ ৰণুৱা ঘোঁৰা ;
অথবা মৃত্যুৱে পঠোৱা ক'লা দুত ।

সিহঁত গভীৰ জলপ্ৰপাত আত্মাৰ খ্ৰীষ্টৰ,
নিয়তিৰ দ্বাৰা নিন্দিত কোনো পূজ্য বিশ্বাসৰ।



সেই তেজলগা আঘাতবোৰৰ মেৰমেৰণি
যেন চৌকাত পুৰিব ধৰা ৰুটিৰ।

আৰু মানুহ... নিঠৰুৱা... নিঠৰুৱা, সি ঘূৰি চায় যেন
কান্ধত থপৰিয়াই কোনোবাই মাতে ;
সি উন্মাদ চকুহালেৰে ঘূৰি চায়, আৰু জীৱনৰ সকলো মুহূৰ্ত
ওফন্দি উঠে, দোষী দোষী পুখুৰী, তাৰ চাৰনিত

জীৱনত আঘাতৰ উপৰি আঘাত, ইমান প্ৰচণ্ড... কি ক'ম
অনুবাদ ঃ ডঃ অনন্যা হলৈদাৰী

### জনগণ

যুদ্ধৰ অন্তত, যুঁজাৰুজন মৰোতে, এজন মানুহ
তেওঁৰ ওচৰলৈ আহিল
আৰু তেওঁক ক'লে ঃ 'নমৰিবা ; মই তোমাক বৰ ভাল পাওঁ'
কিন্তু মৃতদেহটো, হায়, মৰিয়েই থাকিল।

আৰু দুজন আহিল আৰু দোহাৰিলে ঃ
'আমাক এৰি নেযাবা, সাহসী হোৱা, জী উঠা'
কিন্তু মৃতদেহটো, হায়, মৰিয়েই থাকিল।

বিশজন, এশজন, হেজাৰজন, পাঁচশ হেজাৰজন
আহিল,
আৰ্তনাদ কৰি ক'লে ঃ 'ইমান ভালপোৱা, আৰু মৰণৰ সন্মুখত অসহায়'
কিন্তু মৃতদেহটো, হায়, মৰিয়েই থাকিল।

লাখ লাখ মানুহে তেওঁক বেৰি ধৰিলে
এটা মাত্ৰ আকূতিৰে ঃ 'আমাক এৰি নেযাবা ভাই'
কিন্তু মৃতদেহটো, হায়, মৰিয়েই থাকিল।

তেতিয়া পৃথিৱীৰ সকলো বাসিন্দাই
তেওঁক বেৰি ধৰিলে; মৃতদেহটোৱে সকলোলৈকে দুখেৰে চালে, বিচলিত হৈ;

তেওঁ ধীৰে ধীৰে উঠিল
প্ৰথম মানুহজনক আকোৱালি ল'লে ; খোজ কাঢ়িবলৈ আৰম্ভ কৰিলে ...

অনুবাদ ঃ ডঃ অনন্যা হলৈদাৰী

## এটা বগা শিলত ক'লা শিল

ধুমুহা বৰষুণৰ মাজত পেৰিছত মোৰ মৃত্যু হ'ব ;
মোৰ মনত থকা দিন এটাত,
পেৰিছত মোৰ মৃত্যু হ'ব — আৰু মই নপলাওঁ —
হয়তো বৃহস্পতিবাৰ এটাত, আজিৰ দৰে
শৰতত।

ই হ'ব বৃহস্পতিবাৰ, কাৰণ আজি,

বৃহস্পতিবাৰে, এই শাৰীকেইটা ৰচোতে,
বেয়া মেজাজেৰে বাহুৰ হাড়ডাল পিন্ধি ল'লো,
আৰু প্ৰথমবাৰৰ বাবে আজি, ঘূৰি চালো,
মই আহি থকা বাটটোলৈ, নিজকে অকলশৰে চাবলৈ।

চেছাৰ বায়েখ'ৰ মৃত্যু হ'ল ; সিহঁতে তেওঁক মৰিয়াই থাকিল,
প্ৰত্যেকে, যদিও তেওঁ সিহঁতৰ কাকো একো কৰা নাছিল,
সিহঁতে তেওঁক লাঠীৰে কোবালে

আৰু এডাল ৰচীৰে ; সাক্ষী থাকিল
বৃহস্পতিবাৰ কেইটা আৰু বাহুৰ হাড়কেইডাল,
নিঃসংগতা, বৰষুণজাক, ৰাস্তাকেইটা ...

অনুবাদ ঃ ডঃ অনন্যা হলৈদাৰী



## ভাইটি মিগুৱেললৈ

*সৌৰৱণী*

ভাইটি অ', চোতালৰ এমূৰৰ পকী বেঞ্চখনত আজি মই আকৌ বহোঁ
য'ত তই সিঁচি থৈছ অতল শূন্যতা।
মই পাহৰা নাই, এইটো আছিল আমাৰ খেলাৰ পৰ
মায়ে সকীয়াইছিল, 'সজে সজে খেল বাছাহঁত
হাই উৰুমিখন নকৰিবি'

প্ৰথমে মই লুকাওঁ
ঠিক আগৰ দৰেই - কত দিন সন্ধিয়া পৰৰ
কত প্ৰাৰ্থনা, মই এনেকৈ লুকাম
যাতে তই বিচাৰি নেপাৱ।
চৰাঘৰ, বহাঘৰ, বাৰান্দা, সবতে —
মোৰ পিছত তোৰ লুকাবৰ পাল,
তোক বিচাৰি নেপাই মই ফেঁকুৰি উঠোঁ
মোক নেপাই তই,
ভাইটি অ', সেয়া আছিল খেলাৰ কথা।

মিগুৱেল, আজি তই অকলে খেলিছ, অকলে লুকাইছ,
আগষ্ট মাহৰ নিশা, ৰাতি পুৱাও পুৱাও পৰত
কাৰো মনত ৰং নাই, অকলে লুকাই তোৰ মনতো ৰং নাই
সেই মৰা-মুজা বিয়লিবোৰত, তোৰ হিয়াৰ আনটো ফাল
দুখে-ভাগৰে জৰ্জৰিত, তোক ক'তো বিচাৰি পোৱা নাই
আৰু এতিয়া দীঘল ছাঁই সব ঢাকি ধৰে,

শুন, ভাইটি, বেছি দেৰি নকৰিবি
ওলাওতে, বুইছনে,
নহ'লে আমাৰ মায়ে
চিন্তা কৰি থাকিব।

অনুবাদ ঃ অনুভৱ তুলসী

## স্পেইন, আঁতৰাই নিয়াচোন এই পিয়লাটো

*এঘাৰ*

মই চাই আছিলোঁ সেই লাচটোলৈ, দ্ৰুত দৃশ্যমান তাৰ শৃঙ্খলালৈ
আৰু তাৰ আত্মাৰ অতিকে লেহেমীয়া খেলিমেলিলৈ;
সি বাচি থকা দেখিছিলোঁ, তাৰ মুখত দেখিছিলোঁ
মাজে মাজে বৈ যোৱা যুগ, যাৰ দুখন মুখ,
সিহঁতে তাক তাৰ নম্বৰ ধৰি আটাহ পাৰিলে, ছিগা-ভগা
সিহঁতে তাক তাৰ প্ৰেম লৈ আটাহ পাৰিলে, তাৰ বাবে বেছ ভাল লগা,
সিহঁতে তাৰ ভাগৰ বুলেট এৰি আটাহ পাৰিলে: এনেকৈয়ে মৃত

আৰু তাৰ পৰিপাক প্ৰণালী থমকি ৰ'ল
তাৰ আত্মাৰ হট্টগোল, পিছফালে, বৃথাই।
সিহঁতে তাক এৰি গ'ল, কাণ উনাই ৰ'ল আৰু ঠিক তেতিয়াই
সেই লাচটোৱে
যেন প্ৰায় সংগোপনে জীলে, এক লহমাৰ বাবে,
তাৰ তনুজ ধ্বনি সিহঁতে মানসিক শুনিলে - আৰু কেতবোৰ তাৰিখ
সিহঁতে তাৰ কাণৰ কাষত উচুপিলে - তাৰিখৰ উপৰি তাৰিখ।

অনুবাদঃ অনুভৱ তুলসী



## আলফনচিনা ষ্টৰনি (১৮৯২-১৯৩৮)

ইটালিয়ান পিতৃ-মাতৃৰ সন্তান তিনি বছৰ বয়সতে পৰিয়ালৰ স'তে আৰ্জেণ্টিনালৈ আহিছিল। ১৯১৬ চনত প্ৰথম কাব্যপুথি প্ৰকাশ পায়। তেওঁ আধুনিক আৰু যৌন শোষণৰ প্ৰতিবাদকল্পে লিখা লেখাৰ বাবে বেছ জনাজাত হৈ পৰে। পৰৱৰ্তী পৰ্য্যায়ৰ কবিতাবোৰ ক্ৰমাং অধিক অগ্নিবৰ্ষী আৰু শ্লেষপূৰ্ণ হয় আৰু নিজৰ পূৰ্বৰ সৃষ্টিবোৰক নস্যাৎ কৰে।

### উপৰিপুৰুষৰ বোজা

তুমি মোক এবাৰ কৈছিলা মোৰ পিতাই কেতিয়াও কন্দা নাই
তুমি মোৰ এবাৰ কৈছিলা তেওঁৰ পিতাই কেতিয়াও কন্দা নাই
মোৰ ধৰণৰ মানুহবোৰে কেতিয়াও কন্দা নাই
তেওঁলোক তীখাৰে তৈয়াৰী

এই কথাখিনি কৈ থকা মুহূৰ্তত তুমি এটোপাল চকুলো টুকিলা
যিটোপ মোৰ মুখত সোমাল
মই ইয়াতকৈ বেছি বিষ কেতিয়াও খোৱা নাই
সেই অকণমানি পিয়লাটোৰ পৰা

বিপদাপন্ন মহিলা, দুখীয়া আৰু বুজা মহিলা
মই ইয়াৰ সোৱাদ লোৱাৰ লগে লগেই বুজিছিলোঁ শতাব্দীৰ যাতনা
অহ্ মোৰ আত্মাই এই আটাইবোৰ বোজা সহ্য কৰিব নোৱাৰে।

অনুবাদঃ বিবেকানন্দ চৌধুৰী

### শুভ্ৰ হাতোৰা

শুভ্ৰ আকাশৰ ৰূপৰ বিশালতাতমই চকুহালি বুৰাই পেলাওঁ, উচুপি উঠোঁ
আকাশখন সোণোৱালী চকুলোৰে আৱৰা

পৰিষ্কাৰ আকাশখন

আৰু হেৰা, এয়া যেন এক শুভ্ৰ হাতোৰা
ছোঁ মাৰি আহিব আৰু মোক কঢ়িয়াই নিব
সেই হেলনীয়া আকাশখনৰ মাজেৰে
সেই শুভ্ৰ হাতোৰা

অনুবাদ ঃ বিবেকানন্দ চৌধুৰী

## মই সাগৰ তলিত

সাগৰ তলিত
আছে এটি
স্ফটিকৰ ঘৰ

ই চাই থাকে
এটা কোমল শিলৰ
বহল বাটলৈ

পাঁচবজাত
এটা ডাঙৰ সোণোৱালী মাছ
লগ ধৰিবলৈ আহে

তেওঁ মোলৈ এটা
প্ৰবাল ফুলৰ

ৰঙা আতৰ আনে

মই শোওঁ
সাগৰতকৈও সামান্য নীলা
এখন বিছনাত

এটা অক্টোপাছে
আইনাৰ মাজেৰে
মোলৈ চাই থাকে
চকু টিপিয়ায়।



মোৰ চাৰিওপিনৰ সেউজীয়া বননিখনত
ডিং ডং ... ডিং ডং
সাগৰীয় সেউজীয়াৰ সংকেতধ্বনি
মুকুতাৰ মাকে
পাখি কোবায় আৰু গান গায়।

আৰু মোৰ মূৰৰ ওপৰত
সাগৰৰ ঢৌ উঠা বিন্দুবোৰ
মুনিচুনি বেলিৰ পোহৰত
জিলিকি উঠিছে।

অনুবাদ ঃ বিবেকানন্দ চৌধুৰী

## মই শুবলৈ যাওঁ

ফুলৰ দাঁত, নিয়ৰৰ চুলি
ঘাঁহৰ হাতবোৰ, মোৰ ধুনীয়া পৰিচৰ্যাকাৰীগৰাকী
মোৰ বাবে মাটিৰ চাদৰবোৰ সাজু কৰি ল'ব
আৰু সুকোমল শেলুৰৈৰ লেপখন

পৰিচৰ্যাকাৰিণী, মই এতিয়া শুবলৈ যাওঁ
আহা, মোৰ গাত কাপোৰ দিয়া
মোৰ শয্যাৰ কাযত পোহৰ দিয়া
এটা নক্ষত্ৰপুঞ্জ, বা তুমি যেনেদৰে পছন্দ কৰা
আটাইবোৰ অতি মনোলোভা মাত্ৰ অলপ জোকাৰি দিবা

এতিয়া মোক এৰা। শুনাচোন পুলিবোৰে কেনেকৈ কুঁহিপাত মেলিছে
সৌ ওপৰৰ বিশালতাত এখন সৰগীয় ভৰিয়ে
তোমাৰ ওলমা বিছনাখন দোলাই আছে
এটা চৰাইয়ে কিছু নিচুকনি গীত গাইছে।

সেয়ে তুমি পাহৰি যাব পাৰা .. ধন্যবাদ অ' আৰু অনুগ্ৰহ কৰি শুনা
যদি সি আকৌ মাতে, তাক ক'বা
মোক নিবিচাৰিবলৈ; ক'বা যে মই গুচি গ'লোঁ।

অনুবাদ ঃ বিবেকানন্দ চৌধুৰী

## ৰিচেণ্টে উইডব্ৰ' (১৮৯৩-১৯৪৮)

চিলেৰ কবি। বিংশ শতাব্দীৰ এক অভিনৱ প্ৰতিভা। একাধাৰে কবি, নাট্যকাৰ, ঔপন্যাসিক আৰু সংবাদকৰ্মী। তেইশ বছৰ বয়সতে পেৰিছলৈ গৈ এপ'লীয়েনৰ আৰু ৰেভাৰ্ডিৰ স'তে 'নৰ্ড-চুড' নামৰ পত্ৰিকা উলিয়ায়। তেখেত 'ক্ৰিয়েচিছম' বা 'ক্ৰিয়েচনিজম' সাহিত্য ধাৰাৰ বাটকটীয়া। অক্টাৱিঅ' পাছৰ মতে, "লাটিন আমেৰিকান কবিতালৈ উইডব্ৰ'ৰ আগমন এক দুৰ্দ্ধৰ্ষ টাৰ্টাৰ বা মংগোলিয়ান আক্ৰমণকাৰীৰ লেখীয়া।" সাম্প্ৰতিক কালৰ কবিসকলৰ মাজতো অতিকে প্ৰভাৱশালী।

### পানী আৰ্চি

মোৰ আৰ্চিখন এখন নৈ হৈ
কোঠাবপৰা ৰাতিবোৰৰ মাজেৰে বৈ যায়

মোৰ আচীখন পৃথিৱীতকৈ দ
য'ত সকলো ৰাজহাঁহ ডুবি মৰে

কোনো দুৰ্গৰ এটা সেউজ পুখুৰী
য'ত তোমাৰ বিশ্বস্ত নগ্নতা টৌপনি যায়

টৌবোৰৰ ওপৰেদি আৰু টৌপনি-পথিক আকাশৰ তলেৰে
মোৰ সপোন জাহাজে বন্দৰ এৰে

মাস্তুলৰপৰা তুমি সদায় দেখিবা মই গান গাই থকা
বুকুত গোলাপ এপাহ ফুলে
আৰু এজনী ৰাগি-ৰচকী কেতেকীয়ে মোৰ আঙুলিত ধপধপায়

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন



### বাট

শূন্যতাত এটা চিগাৰেট
সেই সময়ত উকা মোৰ আঙুলিকেইটা
আৰু মই উভতি নাচালো

মোৰ বোৱতী চুলি
আৰু মই চিগাৰেটৰ ধোঁৱাখিনি

সকলো ডেউকাহীন চৰায়ে
মোৰ কান্ধতে গায়
পোহৰত প্ৰলোভিত মই
কিন্তু মোৰ বিমৰ্ষ হৃদয়খন
শেষ বাহটোতে মৰিল

বাটত এতিয়া বৰষুণ
আৰু মই সেই ঠাইডোখৰৰ সন্ধানত
য'ত মোৰ চকুপানী সৰিছিল

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

### ঘৰ

ভদ্ৰ ফেনখন
টেবুলখনৰ ওপৰৰ
এটা চৰাই যাৰ মৃত্যু ঘটিছে দ্ৰুততম উৰণত
বিপৰীতৰ সেই ঘৰটো
চূণ আৰু বৰফেৰে বগা

কোনোবাই খোজকাঢ়িছে
এৰাবাৰীত

আৰু এজন বাটভ্ৰষ্ট দেৱদূত
খেৰৰ দমৰপৰা ওলোৱা ধোঁৱাৰ মাজত বৈ গ'ল
বাটটোৰ সন্ধান কৰিবলৈ
আমি আকৌ আৰম্ভ কৰিবই লাগিব
চাবিকোছা কোনে লুকুৱাইছিল
বহু বস্তুৰেই মই বিচাৰি নেপালো

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

## নাও

সোঁৱৰণিৰ
মোক খেদি খেদি আমনি লাগিছে
বাট বৰ দীঘল
ডেউকাৰ বতাহ
আৰু দিগন্তলৈ দিনৰ আটাহ
যেন এখন ডেকা নাও
কত ধুমুহা পাৰ কৰি
নাৱৰীয়াৰ গানলৈ উজাই অনা
সকলো সামুদ্রিক চৰায়ে
মোৰ হাতত পাখি এৰি গৈছিল
মাহবোৰ নামি আহিছিল
শেষৰটো পাহাৰেদি
এটি মৰণোত্তৰ সংগীতে আমাৰ প্রস্থান স্থগিত কৰি ৰাখিছিল

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন

## জোন

জীৱনৰ নিলগত আছিলো আমি
বতাহে আমাক হুমুনিয়াহ কঢ়ুৱাইছিল
এটা ঘড়ীৰ দৰে জোনৰ শব্দ
অকাৰণত আমি পলাই যাওঁ
শীত আমাৰ বাটত হেঙাৰ
শুকান পাত পিন্ধা অতীতে
হাবিত বাট হেৰুৱাই
গছৰ তলত আমি ইমান চিগাৰেট হুপো যে
বাদাম গছজোপাও ধপাত ধপাত গোন্ধায়
মাজৰাতি
সুদূৰ জীৱনজুৰি
কোনোবাই উচুপি আছে
আৰু জোনটোৱে ঘণ্টা বজাবলৈ পাহৰি গৈছে

অনুবাদ ঃ অংকুৰ ৰঞ্জন ফুকন



# প ৰি শি ষ্ট

# অনুবাদক পৰিচিতি

**আহমেদ, এম কামালুদ্দিন (১৯৬৬-)**
সাম্প্ৰতিক কালৰ এক উল্লেখযোগ্য কবি। ছয়খন কাব্যপুথিকে ধৰি তেওঁৰ ১৩ খন গ্ৰন্থ প্ৰকাশ পাইছে। ইয়াৰে তিনিখন সাহিত্য সমালোচনামূলক, দুখন সম্পাদিত, এখন সমাজ-অৰ্থনীতি বিষয়ক আৰু এখন অনুবাদ। ইংৰাজীকে ধৰি কেইবাটাও ভাৰতীয় ভাষালৈ তেওঁৰ কবিতা অনুদিত হোৱাৰ লগতে মহাদেশীয় কেইবাজনো গুৰুত্বপূৰ্ণ কবিৰ কবিতা অসমীয়ালৈ ভাঙনি কৰিছে। সম্প্ৰতি তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক।

**কলিতা, অলকেশ (১৯৮৬-)**
একবিংশ শতিকাৰ প্ৰথম দশকৰ শেষৰফালে আত্মপ্ৰকাশ কৰা অলকেশ কলিতাৰ জন্ম ১৯৮৬ চনত, যোৰহাট চহৰত। তেওঁৰ ইতিমধ্যে চাৰিখন কাব্য সংকলন প্ৰকাশ পাইছে। মাজে সময়ে কবিতাৰ আলোচনাও লিখিছে।

**চৌধুৰী, বিবেকানন্দ (১৯৬৪-)**
বঙাইগাঁৱত জন্ম, পেছাত অভিযন্তা আৰু অসম চৰকাৰৰ চাকৰিয়াল। ইংৰাজী আৰু অসমীয়া দুয়ো ভাষাতে অনুবাদ কৰে; কেইবাখনো অনুবাদ পুথি প্ৰকাশ পাইছে। গুৱাহাটীৰ স্থায়ী বাসিন্দা।

**চৌধুৰী, ডঃ বিভাস (১৯৭১-)**
সত্ৰনগৰী বৰপেটাত জন্ম বিভাস চৌধুৰী এজন ৰসজ্ঞ পঢ়ুৱৈ আৰু বিচক্ষণ সাহিত্য সমালোচক। "ইংলিছ চ'চিয়েল এণ্ড কালচাৰেল হিষ্ট্ৰী" আৰু "ৰিডিং প'ষ্টকল'নিয়েল থিয়'ৰি" তেওঁৰ প্ৰকাশিত গ্ৰন্থৰ ভিতৰত উল্লেখনীয়। অসমীয়া ভাষাতো কেইবাখনো পুথি সম্পাদনা কৰিছে। সম্প্ৰতি তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগত অধ্যাপনাৰত।

**তালুকদাৰ, বিভাৰাণী (১৯৮৩-)**
নলবাৰীত জন্মগ্ৰহণ কৰা বিভাৰাণী তালুকদাৰ পৰিসংখ্যা বিজ্ঞানৰ স্নাতকোত্তৰ। বৰ্তমান গোৰেশ্বৰ মহাবিদ্যালয়ত অধ্যাপনাৰত। অসমীয়া ভাষাৰ আগশাৰীৰ প্ৰায়বোৰ আলোচনীত কবিতা প্ৰকাশ পোৱাৰ উপৰিও ইংৰাজীলৈ অনুদিত কবিতা সাহিত্য অকাডেমিৰ *Indian literature* ত প্ৰকাশ পাইছে। লগতে মেক্সিকোৰ *The University of Guadalajara* ৰ পৰা প্ৰকাশিত *Luvina* শীৰ্ষক অনলাইন সাহিত্য আলোচনীখনত স্পেনিছলৈ অনুদিত কবিতা এটি প্ৰকাশ পাইছে। প্ৰকাশিত একমাত্ৰ কবিতা সংকলন 'আত্মভাষ'।

**দাস, ডঃ ধ্ৰুৱজ্যোতি (১৯৭৬-)**
সত্ৰনগৰী বৰপেটাত জন্ম। নিৰ্মলপ্ৰভা বৰদলৈ আৰু এমিলি ডিকিনচনৰ কবিতাৰ ওপৰত ডক্টৰেট। দুখনকৈ কবিতা আৰু প্ৰবন্ধৰ পুথি আৰু এখন উপন্যাস প্ৰকাশ হৈছে। গুৱাহাটীৰ কটন বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগত অধ্যাপনাৰত।

**দাস, মামণি (১৯৯৬-)**
বৰপেটা জিলাত জন্ম মামণি দাস ইংৰাজী বিষয়ৰ স্নাতকোত্তৰ। প্ৰায়বোৰ আগশাৰীৰ অসমীয়া আলোচনীত নিয়মীয়াকৈ কবিতা প্ৰকাশ হোৱা মামণি দাস শ্ৰীমন্তশংকৰদেৱ বিশ্ববিদ্যালয়ত অধ্যয়ন কালত একেৰাহে দুবছৰ শ্ৰেষ্ঠ সাহিত্য প্ৰতিযোগী আছিল।

**ফুকন, অংকুৰ ৰঞ্জন (১৯৯৪-)**
জন্ম শিৱসাগৰৰ বকতাৰ ওচৰৰ বৈৰাগীবৰত। প্ৰায়বোৰ আগশাৰীৰ পত্ৰিকাতে কবিতা প্ৰকাশ হৈছে। *'দুনিয়া ইন দিনো'* আৰু *'কৃত্তিবাস'* আদি পত্ৰিকাত কবিতা ওলাইছে। দিল্লীত সাহিত্য অকাডেমিৰ দ্বাৰা আয়োজিত 'বিশ্ব গ্ৰন্থ উৎসৱ'তো ভাগ লৈছে। "৫" পুথিৰ বাবে ২০১৯ চনত মুনীন বৰকটকী সাহিত্য বঁটা লাভ কৰিছে।

**বৰমুদৈ, ডঃ আনন্দ (১৯৪৯-)**
শোণিতপুৰ জিলাৰ কোঁঠাইচুক গাঁৱত জন্ম। যোৰহাট জে বি কলেজ আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগত সুখ্যাতিৰে অধ্যাপনা কৰে। এজন বিশিষ্ট সাহিত্য সমালোচক, নিবন্ধকাৰ, সংকলক, অনুবাদক, আৰু সম্পাদক। অসম সাহিত্য সভা, অসম প্ৰকাশন পৰিষদ, সাহিত্য অকাডেমি, নেশ্বনেল বুক ট্ৰাষ্ট, অক্সফৰ্ড বিশ্ববিদ্যালয় আদি বহু স্বনামধন্য অনুষ্ঠান-প্ৰতিষ্ঠানৰ হৈ তেখেতে গ্ৰন্থ প্ৰণয়ন কৰিছে। 'সপ্তদশকৰ কণ্ঠস্বৰ ঃ উত্তৰ স্বাধীনতা যুগৰ শ্ৰেষ্ঠ অসমীয়া কবিতা', 'মহেন্দ্ৰ বৰা ৰচনাৱলী', 'একবিংশ শতিকাৰ নিৰ্বাচিত অসমীয়া গল্প' আদি উল্লেখযোগ্য সম্পাদনা গ্ৰন্থ।



**বৰা, ডঃ প্ৰাণজিৎ (১৯৭৬-)**
নগাঁও জিলাৰ চলচলিৰ বঙিয়া গাঁৱত জন্ম। আনা আখ্মাত'ভাৰ কবিতাৰ বিষয়ে গৱেষণা কাৰ্য সম্পন্ন কৰি, বৰ্তমানে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত অধ্যাপনাৰত। কুৰিখনতকৈ অধিক পুথি ৰচোতা কবিগৰাকীৰ 'পাণবজাৰ আৰু অন্যান্য কবিতা' প্ৰথম কবিতাপুথি, 'কথা মানবীৰ ৰূপকথা' (কাব্যোপন্যাস) আৰু 'হাৰামজাদাৰ পদ্য' শেহতীয়া কবিতাপুথি।

**বৰ্মন, ডঃ বিজয় শংকৰ (১৯৮০-)**
নলবাৰী জিলাৰ ৰূপীয়াবাথানত জন্ম। তেওঁ আগশাৰীৰ কাব্যচৰ্চাকাৰী, অনুবাদক আৰু লোকসংস্কৃতিৰ গৱেষক। 'দেও', 'ৰূপীয়াবাথানৰ কবি আৰু প্ৰান্তিকৰ কবিতা', 'অশোকাষ্টমী', 'বৰ্ণমুক্তি' আদি কবিতাপুথি প্ৰকাশৰ লগতে 'কাব্যচৰ্চা' নামৰ উদীয়মান কবি সকলৰ এখন কবিতা সংকলন সম্পাদনা কৰিছে। তৃতীয় শতিকাৰো আগৰ ধ্ৰুপদী তামিল কাব্য 'কুৰুন্দোহৈই'ৰ অনুবাদক। ইংৰাজী, ফৰাচী, স্পেনীচ, ইষ্ট'নিয়ান আদি ভাষালৈ কবিতা অনুদিত হৈছে। তেওঁ মুনীন বৰকটকী বঁটা আৰু সাহিত্য অকাডেমী যুৱ বঁটা লাভ কৰিছে।

**বৰা, ডঃ ৰমানন্দন (১৯৭৫-)**
ঘাইকৈ সমালোচনাত মনোনিৱেশ কৰা ৰমানন্দন বৰাই অসমীয়া আৰু ইংৰাজী অনুবাদত আগ্ৰহী। বাংলা, হিন্দী আৰু সংস্কৃত ভাষাৰ পৰা তেওঁ অসমীয়ালৈ অনুবাদ কৰিছে। তেওঁৰ দ্বাৰা ইংৰাজীলৈ অনূদিত অসমীয়া গল্প আৰু কবিতা সাহিত্য অকাডেমিৰ আলোচনী 'সমকালীন সাহিত্য' আৰু অন্যান্য গ্ৰন্থত সন্নিৱিষ্ট হৈছে। মেৰী শ্বেলীৰ 'ফ্ৰাংকেনষ্টেইন', খলিল জিব্ৰানৰ 'ছেন্দ এন্দ ফ'ম' (বালিময় তটভূমি সফেন সমুদ্ৰ) আৰু 'আৰ্থ গড'(ভূমি দেৱতা'),আলবেয়াৰ কেমুৰ 'দা ফল' (পতন), 'জ্যোতিপ্ৰসাদ পৰিয়াল আৰু পৰম্পৰা', ৰাইনাৰ মাৰিয়া ৰিল্কেৰ 'লেটাৰছ টু এ ইয়ং পয়েট'(এজন নতুন কবিলৈ চিঠি), মীৰা কান্তৰ 'শ্ৰূয়তে ন তু দৃশ্যতে' আদি তেওঁৰ অনূদিত গ্ৰন্থ। প্ৰকাশিত কাব্য-সংকলন ঃ 'মাছবোৰ মোৰ কোলাৰ তৰা' (১৯৯৭), 'সকলো ৰঙৰ সিপাৰে' (২০১৫)।

**বাস্যস, ডাঃ কৌশিক** (১৯৯২-)
চিকিৎসা বিজ্ঞানৰ স্নাতক এই কবিৰ ঘৰ নলবাৰীত আৰু 'বাবৰি বিলাস' একমাত্র কবিতাপুথি।

**ভাগৱতী, প্রকল্পৰঞ্জন** (১৯৭৬-)
গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া সাহিত্যৰ স্নাতকোত্তৰ, একনিষ্ঠ সাহিত্য চর্চাকাৰী। দুখনকৈ প্রবন্ধ সংকলন আৰু এখন অনুবাদ পুথি প্রকাশ। নগাঁও জিলাৰ চলচলিত জন্ম ভাগৱতী সম্প্রতি ডিব্রুগড় বিশ্ববিদ্যালয়ৰ প্রকাশন বিষয়া হিচাপে কর্মৰত।

**মিশ্র, ডঃ প্রশান্ত** (১৯৬৯-)
নলবাৰী জিলাৰ আমনি গাঁৱত জন্ম। অধ্যাপক, সম্প্রসাৰণ শিক্ষা বিভাগ, অসম কৃষি বিশ্ববিদ্যালয়ত কর্মৰত। কর্মস্থান যোৰহাট- ৭৮৫০১৩, অসম।

**হিলৈদাৰী, ডঃ অনন্যা** (১৯৭৭-)
ডঃ অনন্যা হিলৈদাৰী ইংৰাজী বিষয়ৰ সহযোগী অধ্যাপিকা আৰু নগাঁও মহাবিদ্যালয়ত কর্মৰত। তেওঁ অনুবাদৰ লগতে ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাত প্রবন্ধ লেখাত জড়িত। 'সাতসৰী' আৰু 'গৰীয়সী'ত তেওঁৰ প্রবন্ধ প্রকাশ পাই আহিছে।

**অনুভৱ তুলসী** (১৯৫৮ -)
জীৱন, সঙ্গীত, চলচ্চিত্র আৰু গদ্য-পদ্যৰ ভ্ৰমণ ৰসিক অনুভৱ তুলসী মূলতঃ কবি। জন্মসূত্রে নগাঁৱৰ তুলসীমুখৰ, সম্প্রতি গুৱাহাটীৰ স্থায়ী নিৱাসী।



## প্রথম পংক্তিৰ সূচী

### আমেৰিকাৰ কবিতা

## লাটিন আমেৰিকাৰ কবিতা

# গ্ৰন্থপঞ্জী

১. এগ'জিন, মাৰ্জাৰি সম্পা. *ডিজ আৰ নট চুইট গাৰ্লচ্, পোয়েট্ৰি বাই লাটিন আমেৰিকান উইমেন*
২. এলচ্‌মেন, ক্লেইটন সম্পা. *দ্য কমপ্লিট পোয়েট্ৰি চেছাৰ বায়েখ'*
৩. ওৱাচবাৰ্ন, কেমেৰিন আৰু মেজৰ, এছ. জন সম্পা. *ওৱৰ্ল্ড পোয়েট্ৰি*
৪. গংগোপাধ্যায়, সুনীল *অন্য দেশেৰ কবিতা*
৫. গংগোপাধ্যায়, সুনীল *ছবিৰ দেশে কবিতাৰ দেশে*
৬. চট্টোপাধ্যায়, শক্তি আৰু গুহ, মুকুল *আমেৰিকান ইণ্ডিয়ান শ্ৰেষ্ঠ কবিতা*
৭. চিৰাজ, মুনীৰ *আফ্ৰিকান আমেৰিকান লোককাব্য*
৮. জঁ, ষ্টেভান্স সম্পা. *দ্য এফ এছ জি বুক অব টুৱেনটিয়েথ চেনচুৰি লাটিন আমেৰিকান পোয়েট্ৰি*
৯. টেপস্কট, ষ্টিফেন্স সম্পা. *টুৱেনটিয়েথ চেনচুৰি লাটিন আমেৰিকান পোয়েট্ৰি*
১০. দেবসেন, নবনীতা *সাৰা পৃথিবীৰ কবিতা*
১১. পাইন, জেফৰি সম্পা. *দ্য পোয়েট্ৰি অব আৰাব ওৱৰ্ল্ড*
১২. পাছ, অক্তাৱিঅ' *মেক্সিকান পোয়েট্ৰি*
১৩. বন্দোপাধ্যায়, মানবেন্দ্ৰ *এই স্বপ্ন এই গন্তব্য ঃ লাটিন আমেৰিকাৰ শ্ৰেষ্ঠ বিদ্ৰোহী কবিতা*
১৪. ব্ৰুম, এ. জন *দ্য এপিক অব লাটিন আমেৰিকা*
১৫. বৰুৱা, অজিৎ *নিৰ্বাচিত আধুনিকতাবাদী আমেৰিকান কবিতা*
১৬. বলাৰষ্টন, দানিয়েল আৰু গঞ্জালেছ, মাইক সম্পা. *ইনচাইক্ল'পিডিয়া অব লাটিন আমেৰিকান আণ্ড কাৰিবিয়ান লিটাৰেচাৰ*
১৭. ব্লাই, ৰবাৰ্ট *দ্য উইংড্ এনাৰ্জি অব ডিলাইট*
১৮. ভিকুনা, চেচিলিয়া আৰু লিভন-গ্ৰছমেন, আৰ্নেষ্ট সম্পা. *দ্য অক্সফ'ৰ্ড বুক অব লাটিন আমেৰিকান পোয়েট্ৰি*

১৯. মাৰ্কেজ, গেব্ৰিয়েল গাৰ্চিয়া *আই এম নট হিয়েৰ টু গীভ আ স্পীচ*
২০. মাৰ্টি, হোচে *চিলেকটেড ৰাইটিংচ্*
২১. মেকলেছি, জে. ডি. সম্পা. *দ্য ভিণ্টেজ বুক অব কণ্টে স্পৰেৰী ওৰল্ড পোয়েট্ৰি*
২২. মেকলেছি, জে. ডি. সম্পা. *দ্য ভিণ্টেজ বুক অব কণ্টেম্পৰেৰী আমেৰিকান পোয়েট্ৰি*
২৩. মেকমাইকেল, জৰ্জ সম্পা. *এন্থল'জি অব আমেৰিকান লিটাৰেচাৰ*
২৪. লাউটাৰ, পল সম্পা. *দ্য হীথ এন্থল'জি অব আমেৰিকান পোয়েট্ৰি*
২৫. লেমেন, ডেভিদ সম্পা. *দ্য অক্সফ'ৰ্ড বুক অব আমেৰিকান পোয়েট্ৰি*
২৬. ষ্টাভান্স, আইলান *ৰুবেন দাৰিঅ' চিলেকটেড ৰাইটিংচ্*
২৭. ষ্টেইনাৰ, জৰ্জ সম্পা. *দ্য পেংগুইন বুক অব মডাৰ্ন ভাৰ্চ ট্ৰানশ্লেছন*
২৮. হুভাৰ, পল সম্পা. *প'ষ্টমডাৰ্ন আমেৰিকান পোয়েট্ৰি*



# দুই আমেৰিকাৰ কবিতা

সম্পাদনা ঃ অনুভৱ তুলসী

